# জগন্নাথ বৰুৱা কলেজ আলোচনী

( নৈশ শাখা )

## অসমীয়া বিভাগ

নবম বছৰ    ॥ ১৯৬৬ ॥    বাৰ্ষিক প্ৰকাশ

সম্পাদক :
শ্ৰীনাগেশ্বৰ দাস ভড়ালী

উপদেষ্টা :
অধ্যাপক যতীন গোস্বামী

# আমি সোরঁবো



শাস্ত্রী : জন্ম ১৯০৪ মৃত্যু ১১।১।৬৬



ডঃ ভাবা : জন্ম ১৯০৯ মৃত্যু ২৪।১।৬৬

## এই সংখ্যাত আছে—

# সম্পাদকীয়

'সেয়ে আমাক সংগ্ৰাম লাগে'

**এটি আহ্বান-সংগ্ৰামৰ ঃ—**

"কিন্তু কিয় এনে হ'ল ? যি জাতিৰ ভিতৰত একে ৰাতিতে কপাহ ধুনি সূতা কাটি কাপোৰ বই সন্থানক পিন্ধাই যুদ্ধক্ষেত্ৰলৈ পঠাই ১৬ বাৰ মোগলক বিধস্ত কৰা কাৰ্য্যোত্তমৰ নিদৰ্শন আছে, য'ত গছৰ শুকান পাত এটি এটিকৈ জুইত দি তাৰ পোহৰত সাহিত্য সাধনা কৰাৰ অতুলনীয় কাহিনী আছে, যি জাতিৰ ভিতৰতে 'দেশতকৈ মোমাই ডাঙৰ নহয়'ৰ পাষাণ বিদীৰ্ণকাৰী কঠোৰ দেশ প্ৰেমৰ চানেকী আছে, যি জাতিৰ ভিতৰত দেশৰ মঙ্গললৈ ঐকান্তিক লক্ষ্য ৰাখি স্বামীৰ কাৰণে চাণ্ডালৰ হাতত তিল্ তিল্কৈ প্ৰাণ বিসৰ্জন দিয়াৰ বিস্ময়ৰ ইতিহাস আছে, যি জাতিৰ ভিতৰত গাৰো, খচন, ভোট, মিকিৰ একেটা গোটত বান্ধ থুৱাই বিৰাট জাতি সংগঠনৰ নাম ধৰ্মী সত্য আছে, যি বাহিৰৰ বিজয়ী আহোম আৰু কছাৰী জাতিয়ে নিজ নিজ উদাৰতাৰে স্থানীয়লোক আৰু বহিৰাগতক সামৰিলৈ অসম মাতৃৰ বুকুৰ মাটিত নাড়ীৰ সম্বন্ধ ঘটোৱা জীৱন্ত বুৰঞ্জী আছে সেই জাতিটোৰ আজি কিয় এনে হ'ল ? কিয় এনে কৰ্ম্ম বিমুখ হ'ল ? কিয় এনে সাহ শক্তি নোহোৱা হ'ল ? কিয় এনেকৈ সাহিত্যক্ষেত্ৰত পাচ পৰিল ? কিয় এনে আত্মবিশ্বাস হীন হ'ল ? পৰ্ব্বত-ভৈয়াম সংযোগছিন্ন হৈ কিয় এনে ছিটিকন হৈ পৰিল ? প্ৰত্যেকজন প্ৰত্যেকজনী অসমীয়া পুৰুষ-নাৰীয়ে নিজে নিজে দ'কৈ চিন্তা কৰক, এই পতনৰ পৰা মুক্ত হৈ পূৰ্ব্ব গৌৰৱত সঞ্জীৱিত হৈ আত্ম ৰক্ষা কৰি পৈত্ৰিক ঘৰভেটিত বীৰ দৰ্পেৰে বৰ্ত্তী থকাৰ উপাই উলিয়াব নে ধ্বংসৰ মুখত গা এৰি দিব ?"— এয়া যুগৰ আহ্বান সংগ্ৰামৰ বাবে। প্ৰশ্ন—অজস্ৰ প্ৰশ্ন। উত্তৰ কোনে দিব ? সহজ। আমি দিম। দুৰ্যায় গৰাখহনীয়াত পৰি কৰ্কবকাই থকা ঠেক চিগা আমাৰ সমাজখনক, জাতিটোক, ভাষা, সাংস্কৃতিক আমিয়েই উদ্ধাৰ কৰিব লাগিব। সাত সাগৰ, তেৰ নদী নিৰিঘ্নে পাৰহৈ অহা মোগলক গৰু খোজত ডুব নিওৱাৰ সামৰ্থ্যৰে কঙ্কালত পুনৰ বীৰৰ টঙালি বান্ধি আমি সকলোটি একত্ৰিত হৈ ওলাবৰ সময় হ'ল—সংগ্ৰামলৈ। কিহৰ সংগ্ৰাম এয়া ? মুক্তিৰ নে বিদ্ৰোহৰ নে জীয়াই থকাৰ নে কিহৰ ? এই সংগ্ৰাম প্ৰতিষ্ঠাৰ সংগ্ৰাম। আমাৰ ধ্বংসমুখী সমাজখনক, আমাৰ

অস্তিত্বক সৰল, সুদৃঢ় ভাবে প্ৰতিষ্ঠা কৰাৰ সংগ্ৰাম। মুধচ ভগা উকথনী পৰা ঘৰখনত চকুলো মচি তিতা তিয়নীৰে পানী টুকি কুৱাৰ দৰে বিদেশীৰ উজুটিত আজি অসম মাতৃৰ হৃচকুত শাওনৰ তমসাৰ ঘনঘোৰ অশ্ৰু সম্ভাৰ। অসম মাতৃৰ কম্পিত কণ্ঠত আকুল আহ্বান— "তোমালোক সজাগ হোৱা। পৰ্ব্বত-ভৈয়াম সকলোটি ভেদ-ভাৱ পাহৰি জাগি উঠা।" ( পৰ্ব্বতীয়া ভাইসকল, তোমালোকো জানো জন্মৰে পৰা অসমৰে অসমীয়া নোহোৱা? বিয় নিজ হাতৰ নখেৰে মাতৃভূমিৰ বুকু বিদীৰ্ণ কৰি আমাৰ মাজৰ পৰা ওলাই বেলেগ হ'ব খুজিছা? আঁহা আমি সকলোটি ভাই-ভাই ভাৱে 'ত্ৰবাহুত মেটমৰা ডাঙৰী'ৰ বলেৰে বলীয়ান হৈ শত্ৰুৰ বিৰুদ্ধে থিয় দিওঁ )।

আজি আমাৰ দেশৰ অৱস্থা কৰ্কাল ভগা। যি দেশ এদিন শস্য-মৎস্য সকলো সম্পদৰে পৰিপূৰ্ণ আছিল, যি দেশৰ কোনো অভাৱ-অনাটন নাছিল সেই দেশৰে আজি বিদেশীৰ সহায়ৰ লাথুটি লৈ কৰ্কাল পোনোৱাৰ দুখ লগা অৱস্থা। আজি আমাৰ দেশ ধ্বংসমুখী, আমাৰ সমাজ সভ্যতা, সংস্কৃতি সকলো ধ্বংসমুখী। পুৰণি এলাণ্ডুকলীয়া উদাহৰণ কিছুমানকে সাৰথি লৈ বহি থকাৰ সময় উকলিল। অসমীয়া বাইজ। পৰ্ব্বত-ভৈয়ামৰ অসমীয়া ভাই-ভনী! আমি সকলোৱে মিলিজুলি কটকটীয়া সংঘবদ্ধ ভাৱে আত্ম ৰক্ষাৰ বাবে লাগিবৰ হ'ল। নিজক নিজে ৰক্ষা নকৰিলে আনে কাকো ৰক্ষা নকৰে। সেয়ে আমাক সংগ্ৰাম লাগে। যি আক্ৰমণে আজি আমাৰ ভাষা, সংস্কৃতি, সমাজ, অস্তিত্ব সকলো ধ্বংস কৰি আমাক নিচিহ্ন কৰিব খুজিছে—সেই আক্ৰমণৰ বিৰুদ্ধে আমাক আজি সংগ্ৰাম লাগে। আমাক লাগে জাগৰণ— পুনৰ জাগৰণ। এই জাগৰণী গীত কোনে গাব? এই জাগৰণী গীত গাব লাগিব আমি যুৱক সমাজে। দেশৰ দুৰ্যোগময় মুহূৰ্ত্তবোৰত এই যুৱক সমাজলৈ দেশমাতৃৰ যি আহ্বান আছে সেই আহ্বানক দেশৰ ধৰণী স্বৰূপ যুৱক সমাজে কোনো দিনে অৱজ্ঞা কৰি অহা নাই, কৰিব নোৱাৰে আৰু নকৰে। নিজৰ প্ৰাণকো বিসৰ্জন দিবলৈ কুণ্ঠাবোধ নকৰা, নিজে মৰিও আনক জীয়াই ৰাখিবলৈ যি সমাজ অকণো সংকিত নহয় আজিও সেই যুৱক সমাজৰ ওচৰতে দেশমাতৃৰ একান্ত আহ্বান। বিশ্ব দৰবাৰত নিজ দেশমাতৃক অনন্য কৰি প্ৰতিষ্ঠাৰ জয়গান সমস্বৰে গাব লাগিব— 'আমি অসমীয়া আমি অসমীয়া' আমি অনন্য।

—সেৱাৰে—

শ্ৰীবাগেশ্বৰ দাসভৰালী



# শিল্পীলৈ ঃ প্ৰাৰ্থনা

শিল্পীঃ তোমাৰ আদিম পৃথিবীৰ
আডাম ইভৰ সেই আদিম পুৰণি পৃথিবীৰ
দয়া প্ৰেম, মৰম, ক্ষমা আৰু অকনি সহানুভূতিৰে
আৰু
নতুনৰ জ্ঞান আৰু শিক্ষাৰ স্বৰ্ণ হাঁতুৰীৰে
তুমি সৃষ্টি কৰা যুগজয়ী জীৱন্ত প্ৰতিমা,
মানুহৰ পূজা সেৱা, প্ৰেম-ক্ষমা আৰু আদৰ্শৰ বাবে।
মই জানো সেই সৃষ্টিৰ বাবে তুমি নোহোৱা মহান।
তথাপিও মই জানো, সেই সৃষ্টিয়ে তোমাক কৰিব মহান।
সেই বাবে তোমাৰ নতুন পৃথিবীখনি কোমল মধুৰ কৰি
গঢ়িবৰ বাবে সৰগ-মৰত আৰু পৃথিবীৰ পৰা কন কন
প্ৰেমৰ কণিকা আনি মিহলাই গুলি লোৱা ৰঙৰ আবিৰ।
ৰঙৰ তুলিকা তুলি হাতত তোমাৰ সেই ৰঙেৰেই
আঁকি যোৱা তুমি ধ্ৰুৱ তৰা, আকাশৰ নক্ষত্ৰ মণ্ডল,
বিবেকহীন, দয়াহীন, লক্ষ্যহীন মানুহৰ বাবে।
তুমি উল্কা আৰু ধূমকেতুৰ নকৰিবা সৃষ্টি
শোকাবহ আতঙ্ক, বিভীষিকাৰ কঁকাল মূৰ্ত্তি!
তুমি সৃষ্টি নকৰিবা বগা বগা এজাক নিগনী।
মূৰত নিদিবা খিঁউ কপতীয়া এমুঠি বুদ্ধিৰ!
দেহত নিদিবা বীজ অহংকাৰী ৰাৱণৰ আৰু কুৰু শ্ৰেষ্ঠ দুৰ্য্যোধনৰ!
সৌন্দৰ্য্যৰ, ৰঙৰ আবিৰ সানি তুমি নগঢ়িবা এজাক বান্দৰ,
দেহাত নিদিবা ৰূপ ক্ষণস্থায়ী সৌন্দৰ্য্যৰ নগ্ন ৰূপান্তৰ।
– তাৰ বাবে, আগে তুমি ধুই লোৱা, নিকা কৰি সেই পৃথিবী।
ধ্বংশ কৰা নতুন সভ্যতাৰ মূৰ্খ আৱৰণ। তাৰ ঠাইত তুমি
সৃষ্টি কৰা এখন সৰল ধুনীয়া পৃথিৱী। বলদিয়া
ধৃতৰাষ্ট্ৰৰ বল! লক্ষ্য দিয়া গাণ্ডিৱ ধনু অৰ্জ্জুনৰ।
হিয়াত ভকতি দিয়া চাণ্ডালৰ শিশু পুত্ৰ একলব্যৰ!
শিল্পী! শিলৰ প্ৰতিমা গঢ়া হাতত হাঁতুৰী লৈ
সৰগীয় সুষমা ৰাজিব। সেয়ে হব—
সত্য-শিৱ সুন্দৰৰ অনাবিল সাৰ্থক সৃষ্টিৰ!

শ্ৰীগঙ্গাধৰ বৰা
প্ৰাক্তন ছাত্ৰ।

অসমীত এৰি দিয়া তোমাক নিজকে—
অন্তৰৰ অন্তদৃষ্টি এৰিদিয়া দিগন্তক সাৰতি বুকুত।
সৃষ্টি কৰা প্ৰেম আৰু শান্তিৰ এমুঠি আবিৰ সিঁচি
এখন ধুনীয়া নতুন পৃথিবী। তাতে তুমি চাকৈচকোৱা
আৰু কপৌৰ বুকুত থকা কুহুমীয়া এবুকু মৰম দিয়া,
তাতে পাওক মানুহে বিচাৰি আমাৰ কাৰণে মাথো
এইয়ে সঁচা এইয়ে সত্য সকলো মানৱ আমি
আমিয়েই আমাৰ পৰিচয়।
সেই বাবে সেই বাবে তুমি সৃষ্টি কৰা যুগজয়ী
কালজয়ী এপৃথিৱী উদাৰ মানুহ।
প্ৰেম দিয়া, দয়া দিয়া হিয়াৰ বাৰতা দিয়া জীয়াই থকাৰ
শিল্পী! তোমাৰ এই পৃথিৱীক গঢ়িবৰ বাবে
সেইবোৰ অনাখৰী বুদ্ধিক তুমি ধ্বংশ কৰি লোৱা,
মুচি লোৱা তোমাৰ আঙুলিৰ অগ্নি কণিকাৰে
যি বিলাক বুদ্ধিয়ে সাজে যন্ত্ৰৰ অবিৰাম গতি হৈ
তেজ আৰু বুকুঢালি হাঁতুৰীৰ শবদ, খাণ্ডৱদাহ অগ্নিশিখা,
তীখাৰ আস্ফালন এখন অশান্ত পৃথিৱী
জীয়া জুই আৰু আন্ধাৰৰ ধোৱাৰে ধুৱলী!
সেই বাবে তোমাৰ এই ধুনীয়া পৃথিৱীক সাজিবৰ বাবে
এটোপ দোটোপ কৰি প্ৰেম আৰু দয়াৰ কণিকা আনি
সৰগ, মৰত আৰু পাতালৰ পৰা:
তুমি গঢ়ি তোলা এখন বিশাল প্ৰশান্ত পৃথিৱী।
তাতে পাওক মানুহে বিচাৰি—
আমাৰ কাৰণে মাথো এইয়ে সঁচা, এইয়ে সত্য
সকলো মানৱ আমি আমিয়েই আমাৰ পৰিচয়।



# ॥ এখন নতুন আকাশ লাগে ॥

শ্ৰীফণীন্দ্ৰ নাথ গগৈ
৩য় বাৰ্ষিক (বাণিজ্য)।

মোক এখন নতুন আকাশ লাগে।
কেতিয়াবা পৃথিবীখন মোৰ বৰ ভাল লাগে
ভাল লাগে - স্বপ্নাৰ নীলা শাৰীখনৰ নিচিনা
এই আকাশ খনো —
শুকান পথাৰত ঘাঁহ বিচাৰি নাপাই
পুহৰ জাৰত - অৱশ বাৰ্দ্ধ্যক্যৰে
মৃত্যু বৰি - পৃথিবীত কোনেও শুশুনা
কবিতা লিখি থৈ যোৱা
বুঢ়া গৰুটোক দেখি
ওচৰৰ শিমলু জোপাত পৰি থকা
বজা শগুনৰ ঠোঁটটোৰ দৰে
মোৰ মনটোও কিল্-বিল্ কৰে কেতিয়াবা
এইখন আকাশৰ তলতে।
বৰ ভাল লাগে মোৰ
কপচী বুঢ়ীৰ — কোনোবাই ভিক্ষা দিয়া
ফুটা ওলোৱা নীলা শাৰীখনৰ দৰে
কলীয়া ডাৱৰ ওলমি থকা
এই আকাশ খনো।
আক কেতিয়াবা মনচাপৰিত মোৰ
বনজুই জ্বলে —
যেতিয়া —

আকাশখন উজ্জ্বল হয় ।
কোনো এক অপৈনত্ত আধুনিকা
বান্ধনীৰ হালধী লগা - বগাচাদৰ খনৰ
দৰে - আকাশখন হয় —
ৰঙা - বগা - হালধীয়া ।
তেতিয়া মোৰ মনৰ অৰণ্যত
বনপুৰা জুই জ্বলে - অনিৰ্বাৰ ।
আৰু তেতিয়াযে বগা - ৰঙা - হালধীয়া
ডাৱৰৰ চকুলো টোকাৰ সামৰ্থ্য নাথাকে ।
সেয়েহে মই মোৰ —
কলী ছোৱালীয়ে জীৱনত পোৱা ঘৃণাৰে স্নাত
এই জীৱনত —
বিচাৰো এক নতুন আকাশ —
য'ত থাকে - আন্ধাৰৰ দৰে ক'লা —
মেঘ - আৰু মেঘৰ চকুলোৰে
কৰিদিয়া অগ্নি নিবাৰণ ।

---

"অনুভূতিশীল লোকৰ মনত জীৱন এটি সংগ্ৰাম।

শ্রীচেনীৰাম ধনদিয়া

# শেষ অনুৰোধ

কনজুন,

মাজনিশা নিদ্রামগ্ন সেই এজুৰি চকুত মোৰ
মোহাবিষ্ট এজনী চগা এই শেষ হৈ যায়।
স্বপ্ন প্রিয়া - স্বপ্নীল আকাশত কিয়
তৰাৰ দীপালীৰে এক চায়াচন্ন ছবি ?
যৌৱনৰ ফাঁকে ফাঁকে লাগি থোৱা
আদামৰ আদিম শিহৰণ মাৰ নৌ যাওঁতেই
তুমি মোৰ কল্পনাৰ অলঙ্ঘ্য প্রাচীৰ
কিয় ভাঙি দিলা ?
ক'লা ঃ 'এয়া ভুল
এই ভুল ভুলতেও আৰু নকৰা,
কনজুন — কোঁৱাচোন ?
ই জানো ভুল ??
শুনা - লুইতৰ বসন্তই পাৰৰ বিৰিণা মাৰে।
যৌৱন পোৱা কঁহুৱাৰ প্রমাদ ঘটাই
লুইত বলীয়া হয়
দূৰণি প্রিয়াৰ হিয়া বিচাৰি।
কনজুন লুইতক তুমি জানো ক্ষমা নকৰিবা ?
বৰষাৰ বগা ঢল পুত্রহাৰা বাঘিনীৰ
ৰঙা চকুৰে নহয় ক্ষোভিতা।
এয়া সচা কথা :— কিন্তু কনজুন
জীৱনৰ একুৰি ব্যাকুল বসন্ত
শাৰদীয় পূর্ণিমাৰ ব্যথাভৰা
এমোকোৰা হাঁহি
আৰু বাস্তৱৰ দুর্ভেদ্য শিখৰত ঠেকা খোৱা
ব্যর্থতাৰ হা - হুমুনিয়া,
আৰু শুনা দুচকুৰ পতাত লাগি থকা
চিৰন্তন দুটোপ উত্তপ্ত লোটক।

সেয়ে জানো সৰ্ব্বহাৰা জীৱনৰ মধুময় স্মৃতি ?
( তেন্তে ) ভালপোৱা প্ৰেম প্ৰীতি
মানুহৰ সহজাত ৰীতি ।
চুম্বকে চুম্বকত্ব হেৰুৱাই নেপেলাই
সৌৰজগতৰ নক্ষত্ৰই টানে, ইটোক সিটোক
প্ৰকৃতিৰ এই আলয়তে বহি লৈ
আমি জানো কৰিছিলো ভুল ?
তেনে এই ভুল কাৰ ?
অন্ধ আশাত বন্দী
জীৱনৰ চাহাৰাত মৰুদ্যান বচিব খোজা
এইবোৰ মানুহৰ ভুল ।
কনজুন আমাৰ সুৰীয়া বীণৰ সুৰ গহীন বনত,
এই সুৰ ঘূৰাই আনা ।
এই সুৰে সংস্কাৰ কামী পথ লৈ
মানুহক মানুহ বনোৱা ।
আকৌ শঙ্কা আহে কনজুন
তুমি যে অসহায়া,
আশা আৰু নিৰাশাৰ লেখ লৈ লৈ
পলাটকী মন মোৰ আঁউসীৰ ডাৱৰে আৱৰা ।
সৰ্ব্বশেহত নকজুন
এটি মাত্ৰ অনুৰোধ মোৰঃ মোক ক্ষমা কৰা ।
যি বাটে আহিলা তুমি সেই বাটে
যোঁৱাগে পুনৰ ।
তীব্ৰতৰ খৰস্ৰোতা পাহাৰীয়া জুৰিটিৰ দৰে
তোমাৰ গতি আছে— তুমি যোঁৱাগে ।
মই মাথো ভিজা এহাল চকুৰে টোকি লম
হাজাৰ যুগৰ অখ্যাত কাহিনী ।

—০●০—

# জাগৰণ

শ্ৰী[illegible] বুঢ়াগোহাঁই
প্ৰাক্-বিশ্ববিদ্যালয়।
বিজ্ঞান শাখা

কাৰ আগত বখানিম মনৰ বেদনা মোৰ ;
ভাবি ভাবি ব্যাকুল অস্থিৰ চেতনা মোৰ ।
তাপসী যোগীৰ বলে ভাৰত স্বাধীন হ'ল ;
ভাই ভাই ভাৱ আজি সকলো আঁতৰি গ'ল ।
ধনৰ লালসাত পাৰি মিছাকথা সচাঁ হ'ল ;
ধনৰ অবিহনে আজি সচাঁই মিচা হ'ল ।
ধনৰ বলেৰে আজি অশিক্ষিত শিক্ষিত হ'ল ;
ধৰ্ম্মৰ লাই খুটা লবক-ফৰক হ'ল ।
অজাতি বিজাতি মাজে বিচাৰ নোহোৱা হ'ল ;
দিল্‌দৰিয়াত পৰি সকলো পাহৰি গ'ল ।
নালাগে পিতৃ-আই নালাগে ভাতৃ-ভাই ;
সকলো ত্যজিব পাৰে খন্তেকীয়া সুখ পায় ।
একে বংশ মাজে আজি বিবাহ প্ৰস্তাৱ হ'ল ;
শাস্ত্ৰ মংস্ত্ৰ আদিকৰি সকলো টুটি গ'ল ।
ভাৰতীয় বুলি ভাবি গৌৰৱত মছগুল ;
একতাৰ ডোল চিগি ডোখৰ ডোখৰ হ'ল ।
বাঃ বাঃ পৰক দি নিজক পাহৰি যায় ;
স্বাধীনতা বুকুৰ ধন পাবলৈ যে নাই নাই ।
কোনদিনা উজ্জ্বলিব ভাৰত জননী মুখ ;
কোনদিনা দেখিম আমি মাতৃৰ চিৰ সুখ ।
আহাঁ আহাঁ ভাৰতৰ নৰ ধৰণীহঁত ;
পাহৰি হিংসা-দ্বেষ আৰু আছে যত ।
প্ৰতিজ্ঞাবদ্ধ হৈ হাতত লওঁ অস্ত্ৰ ;
স্বাধীনতা অটুট ৰাখিম এয়ে আমাৰ মন্ত্ৰ ।

# পূৰ্ব্বৰাগ

কৃষ্ণ সন্দিকৈ
প্ৰাক্তণ ছাত্ৰ।

মনোমতী,
আজি কাতিৰ এই কুৰঁলি সনা কোমল পুৱাতে
তোমালৈ মৰম যাচিলো।
সাপ চেচা সীমান্তৰ, কোনো এক নামহীন
অখ্যাত কেম্পত তোমালৈ মনত পেলাই 'বয়নেট' থিয় কৰি
কিবা সুখ লভিছো মনত।
জানা [মনোমতী।
বিয়াৰ খবৰ পাই কিযে সুখ
মোৰ!
হেজাৰ হাতীৰ বল পাইছো বাহুত, আৰু
সেয়েহে হবলা ছুপবৰ বেলিটোৰে আজি
সীমান্তত পুৱাতে ওলাল।
তাহানিৰ ল'ৰালিৰ মিছমিছি সাধুবোৰ
মনত পৰেনে? ........ তোক মই
দিখৌ পাৰ কৰি লৈ যাম
যাবিনে? বুলি সোধোতে এদিন আবেলি
জামুক তলত,
'লাজ নাই ধেৎ' বুলি হাঁহি হাঁহি ঠেলা মাৰি দিয়া
মোৰ আজি মনত পৰিছে।
সেইবোৰ বহুত কথা। অৰ্থহীন ........ শৈশৱৰ
কুমলীয়া স্মৃতি:
বোধ হয় পাহৰিয়ে গলা।
কিন্তু পাহৰিব পৰা নাই মই
কালি কোৱা কথাযেন লাগিছে মনত ........
...... বহুদিন হৈ গল। তোমাৰ আমাৰ
পলাশ বনত এদিন অগনি জ্বলিল।

চিবাল তিয়ঁহ কেচাই খোৱাৰ ভোক লাগিল
আমাৰ। কিহবাৰ পোৰনিয়ে ৰাই-জাই
লগালে দেহৰ অন্তুৰে অন্তুৰে।
মন কুকলিয়াই ··· ··· ···
··· ··· ··· চেনাই ঐ টোপনি নধৰে ৰাতি।
যিদিনা লাজৰ এমুখ ওৰণি লৈ দুয়োজনে
আইতাৰ আশীৰ্ব্বাদ লম
এনিশাৰ জোনাকীয়ে আচঁল শুৱাৰ।
তোমাৰ খোজৰ সেই মুগা মেখেলাৰ খম্‌খমনিত
মোৰ মন প্ৰতি খোজে খম্‌খমাই যাব।
মনোমতী —
তোমাৰ হিয়াৰ সেই সৰু ভুঁইকঁপলৈ
মোৰ অলপো নেলাগে ভয় — পৃথিবী নমৰে।
"··· ··· নাহি শান্তি সুখ মনে নকচয় ভাত"।
তোমাক জোকাবি গাওঁতে বিহুৰ নাম
আইত তলত —
"··· ··· কেক্কমনি থুবীয়া
তুমি মোবে যুবীয়া ······"
লাজতেই দুচকুত পানী বাগৰীলে।
বড়া - চড়া পৰি ঢাপলি মেলিলা।
সোনজনী:
আমাৰ মনৰ কঠিয়াতলীত দুয়োজনে
সিঁচি যাম বকুল বৰাৰ সঁচ
বাই যাম মিলনৰ হাল
তুমি তাত কৰিবা বোৱনি।
কিমান ধুনীয়া হ'ব মনোমতী
সোণৰ চেকুৰা তাত ওলাব আপুনি।
ছাই সানি শত্ৰুৰ মুখত
বিজয়ৰ উৱাম নিচান
মনোমতী —
আজিলৈ সামৰণি মাৰো।

# জাগে কিয় ?

শ্ৰীঅনিল পূজাৰী
দ্বিতীয় বাৰ্ষিক (বাণিজ্য)।

কৰ্কশ চিঞঁৰ শুনি থমকি বলো
এজাক বতাহ বলে দুৰ্ব্বাৰ,
পল্লৱিত বন-মৰ্ম্মৰে
নিৰ্জনতাক আমনি দিলে।
কল্পনাৰ ধাৰা অৱান্তৰ নহয়,
নহয় মোৰ মন পূৰ্ণ চেতনাৰ।
তোলপাৰ কৰে হিয়া অৱচেতনে
অৱচেতনে কিয় ?
কাইকৈ আকোৱালি লবলৈ,
মোৰ ভীৰু মন কান্দি উঠিল।
চেতনাৰ ইপাৰত দেখিলো মাথো
কিল্ বিল্ সৰ্পৰ অবাক নৃত্য।
হৃদয় ভাগি গ'ল,
যেন এক লোহখণ্ড, চুৰ্ণ নহৈ
হ'ল মাথো দ্বিখণ্ডিত।
কোনে জানো ক'লে কাণে কাণে
"অৱান্তৰ মাথো অমানিশা
বাস্তৱৰ জোনাক - এক পূৰ্ণিমাৰ নিশা।"
তথাপি —
তলসবা, শেৱালিৰ উচুপনি শুনি উভতি চালো।

মোকেই যেন ক'লে — "উভটি যোঁৱা
এই পথ পৰিক্ৰমা তোমাৰ নহয় ........... ।"
মনফাগুণত জুই জ্বলিল,
এসোপা সপোন মৰহিল ।
আজিও এই বিনিদ্ৰ বিভাৱৰীত
অৱসাদ ক্লান্ত মোৰ অন্তৰ
একেই প্ৰশ্নই জ্বলাই মাৰে
জাগে কিয় ? কিয় জাগে ?



"মানুহৰ অপ্ৰকাশিত অনুভূতিবোৰে প্ৰকাশ বিচাৰে। তাৰ নামেই কবিতা, আৰ্ট সঙ্গীত। কিন্তু সহজ প্ৰকাশৰ সুযোগ সকলো সমাজত নাই। আমাৰ অনুভূতিক সমাজৰ লগত খাপ খোৱাকৈ প্ৰকাশ নকৰিলে সমাজে গ্ৰহণ কৰিবলৈ টান পায়। সমাজৰ অভিৰুচিক আঘাট কৰি নিজৰ মনৰ সহজ প্ৰকাশৰ আন এটা নাম বিপ্লৱ নাইবা বলিয়ালি।"

# ॥ পৰিচয় ॥

শ্ৰীললিত কুমাৰ বুঢ়াগোহাঁই
২য় বাৰ্ষিক, কলা।

'মোৰ পৰিচয় আছে,
বহুতো নদীৰ সতে।
পৃথিবীৰ দৰে প্ৰাচীন আৰু মানুহৰ দৰে
সিৰাই সিৰাই প্ৰবাহিত শোণিতৰ ধাৰাতকৈও
বহুবেচি প্ৰাচীনতৰ সেইবোৰ নদী'।
মানবৰ ইতিহাস ৰচনাৰ
বহুত আগেয়ে মই মিচিচিপি, মিচৌৰি
মহান ভল্গা আৰু নীলৰ এমুঠি নীলা ভৰা
গান শুনিছিলো।

* * * *

সেইখন তাহানিৰ নামহীন কোনোবা হাৰিত
মোৰ সতে পৰিচয় ঘটিছিল বিশাল আত্মাৰ
দাবাসিং, কিংকং, কেচিয়াচ, ক্লে,
নতুবা—
জৱাহৰা, আয়ুব আৰু জ'নচন, চৌ-এন্ নহয়।
সেয়া আছিল ক্ৰাইষ্ট, হজৰত আৰু বুদ্ধই
'পল' খেলাৰ বহুত আগৰে কোনো এক
মহান বক্তাকৰৰ।
হেঙুল, হাইঠা আৰু শিলিখা বঙৰ
বোল লগা গছৰ বাকলিত
মানৱৰ বোলসনা ৰঙৰ ৰক্তিমাৰে
ইতিহাসৰ পাতানত কোনোবা মানৱ তনয়ে
ঝৰ, ঝৰ, নিজৰাৰ বোৱালে সঙ্গীত
সভ্যতাৰ কাকলি হিমাদ্ৰি চুড়াৰ।

পৃথিবী ঘোৰাই গ'ল সেই প্লাৱনে
অঙ্কুৰিত হ'ল বহু জ্ঞানৰ গজালি
কোনোবা অনিমা, অৰুণিমাৰ
'কালিন্দী' বক্ষত
অংশুবান হ'ল বিচ্ছুৰিত।
তেতিয়া জোন-বেলি-তৰাবোৰক মানুহে
পুৰণি মিতিৰৰ কথা সুধিছিল।
'ই এক অনিশ্চিত শিল্পী প্ৰচেষ্টাৰ
স্বপ্নিল আভাবে বোলোৱা
উজ্জ্বল ভাৱ প্ৰৱণতা'।

* * * *

মোৰ পৰিচয় আছে
সেইখন উৰ্ব্বৰা পুৰণি পৃথিবীৰ সতে
আদিম যুগৰ।
মোৰ চকুৰ দুপতাত তাৰে অলপ
এতিয়াও লাগি আছে—
'ৰবফৰ দবে কাপোৰ পিন্ধা
সেই দেৱদূত জনে
টোপনি মগন ৰাতিৰ গালত
ঈশান দৃষ্টিৰে এটা চুমা আঁকি দিয়া।
সেই চুমাৰ উম লাগি
টোপনিৰ চমক ভাগি যোৱা
আৰু গাল দুখন লাজতে টিক্ টিক্‌কৈ
ৰঙা পৰি যোৱা
প্ৰথম মানৱদলে লাজৰ সেই
বাঙলী আভা দেখা পালে
আৰু কলে ঃ সেয়া ৰাতিপুৱা'।
তেতিয়া পাইছিল 'এখনাহি মন'ৰ জোখাৰে
জীয়াই থকাৰ 'এডুলি' সম্ভাৰ।

* * *

মোৰ পৰিচয় আছে।
আজিৰ এইখন পৃথিবীৰ সতে
ছোৱালী ছোৱালী লগা গোন্ধটোৱে
সেই মানৱদলৰ হুচকুত 'আৰ্কিড'ৰ দৰে
নিচা সানি দিছে।
বেলিৰ তাপত পুৰি 'ছাই' হৈ যোৱা
আজিৰ 'গাভৰু ওঠ'ত লাগি আছে
বুভুক্ষা আৰু জীয়াই থকাৰ করুণ ইঙ্গিত,
ভিক্ষাৰ জোলোঙাৰ অলেখ 'মিচিল'।
মোৰ পৰিচয় আছে
এইবোৰ টুকুৰা টুকুৰ ছবি
আৰু সেইবোৰ প্ৰাচীন গভীৰ নদীৰ সতে
মোৰ আত্মাটোও সিহঁতৰ দৰে
গভীৰ হৈ গৈছে।*



"অতীত স্মৃতিয়ে আৰু ভবিষ্যতৰ অনিশ্চয়তাই মানুহৰ বেদনা-বোধৰ মাত্ৰা বঢ়ায়।"

*বছেৰেকীয়া সুকুমাৰ কলা প্ৰতিযোগিতাৰ কবিতা শাখাত প্ৰথম পুৰস্কাৰ প্ৰাপ্ত—১৯৬৬ চন।

শ্ৰীহৰেন্দ্ৰ কুমাৰ শইকীয়া
২য় বাৰ্ষিক, বিজ্ঞান।

# বিহু বিহুৱান আৰু প্ৰেম

আজি এপাহ কপৌফুল দিয়াৰ অভিলাস এৰা।
অৰুণাভ প্ৰভাতৰ মৃদু আমেজ সানি
শীৰ্ণচালত
ধৰ্ম্ম সাজেৰে সজ্জিত হ'ই
বিকৃত সমাজৰ বিপক্ষে ৰণ দিবল'ই
সমৰ গীত এটিকে গোৱা।
এইয়া, এই বাতি ফিকাচাহ পি
তোমাৰ দেহৰ স্নায়ুবোৰ
কঠিন কৰি লোৱা,
আনন্দোল্লাস পঙ্গু মনটিক
কদ্ধ কক্ষত আৱদ্ধ কৰি,
সমগ্ৰ শৰীৰৰ শক্তিৰে
সমাজ বিহু-বীজৰ ভ্ৰূণহত্যাৰ
শপত লোঁৱা।
তোমাৰ নয়নৰ এই বিনষ্ট দৃষ্টি,
বিৰাগ আবেগ এৰি
পুৰুষৰ সত্বাৰে এবাৰ জাগি উঠা;
অসমীৰ সু-সন্তান বুলি দিয়া পৰিচয়।
অসমী ৰমণী, মোৰ,
এই 'ত্ৰি-প্ৰতিজ্ঞা' বিহুৱান চুই
পন কৰা আজিয়েই
অলস, নষ্ট সমাজ ভাঙি
গঢ়িম নতুন ৰঙেৰে আমি
শান্তি আৰু সুধাভৰা,
সুস্থ, স্থিৰ সমাজ গঢ়ীয়ান
শ্ৰদ্ধাৰে চিঞৰি মহীয়ান, মানৱতা মহীয়ান ॥

# তৰুণ শক্তি

শ্ৰীনীলমণি ফুকন

নিয়ন্ত্ৰিত বিজুলী শক্তি—পোহৰ দিয়া চাকি, শৰীৰ শীতল কৰা পাখা, না না কল-কাৰখানা চলোৱা কৌশল। অনিয়ন্ত্ৰিত বিজুলী শক্তি ঢেবেকণি — প্ৰাণনাশক, ঘৰ-দুৱাৰ, গছ-গছনী সংহাৰক। তৰুণ শক্তিও তদ্ৰূপ। নিয়ন্ত্ৰিত তৰুণ শক্তি সমাজ দেহাৰ নিপোটল অঙ্গ-প্ৰত্যঙ্গ, বিশুদ্ধ ৰক্ত প্ৰবাহ, প্ৰতিভা সম্পন্ন মগজু, কৰ্ম্মক্ষম হস্ত, মেদিনী কঁপাই যোৱা খোজ-কাটল। তৰুণ শক্তিৰ সংৰক্ষণ "চাৰ্জড্‌ ডাইনামো" যান-বাহনৰ গতি বৃদ্ধি কৰা। অথবা "ডিচাৰ্জ" কৰিলে যান বাহনৰ কামত নহা এটা হাৰমাল। আকৌ সুদক্ষ চালক নহলে "চাৰ্জড্‌ ডাইনামো হলেও যান-বাহন বিপথে গৈ আৰোহীক খালত পেলাই প্ৰাণ নাশ কৰিবৰো আশঙ্কা থাকে। সেইদৰে সংৰক্ষিত তৰুণ শক্তিয়েও সুদক্ষ নেতৃত্বৰ অভাৱত কৰ্ম্ম প্ৰেৰণা লৈ আগ বাঢ়িলেও, বলৰ অপপ্ৰয়োগ কৰি অঘটন ঘটাব পাৰে। কাজেই তৰুণ শক্তিৰ যথাযথ প্ৰয়োগ হল, যি সমাজ দেহাৰ শক্তি বৰ্দ্ধক ৰসায়ণ আৰু অপপ্ৰয়োগ লৈ গুণনধৰা, "পাগলৰ মহৌষধ।" সেই ঔষধে পাগলামি আৰু বঢ়োৱাৰহে আশঙ্কা।

সেই কাৰণে অতীজত ঋষিমুনি সকলৰ আশ্ৰমত বাল-ব্ৰহ্মচাৰী ৰূপে ছাত্ৰ জীৱন কটোৱাৰ যিটো ব্যৱস্থা আছিল সি সুপ্ত বৈজ্ঞানীক, আধ্যাত্মিক আৰু নৈতিক আছিল বুলি কব লাগিব। তাৰ মৰ্ম্ম আজিও বিশ্ব বিদ্যালয় বিলাকত প্ৰযোজ্য হব পৰা বস্তু বুলি কব পাৰি। আৰু বিদেশত ছাত্ৰৰ বিদ্যাৰম্ভ উপনয়ন আদি কাম বিলাক নিষ্ঠাৰে পালন কৰা হৈছিল, গুৰুগৃহৰ পৰিৱেশত স্বভাৱতে ছাত্ৰসকলে বাল-ব্ৰহ্মচাৰী আখ্যা পাইছিল, আজিৰ দিনৰ তেনে পৰিৱেশৰ আশা কৰাটো ভুল হ'ব। কিন্তু সেই আদৰ্শ সেই লক্ষ্যভ্ৰষ্ট হলে, ভবিষ্যতৎ জীৱনো যে লক্ষ্যভ্ৰষ্ট হব সেই কথা নিৰ্ভুল। গতিকে সেই কালৰ শিক্ষাৰ মূলসূত্ৰ "ছাত্ৰানামধ্যয়না তপঃ," আৰু শিক্ষাবিধি- "প্ৰণিপাতেন, পৰিপ্ৰশ্নেণ, সেৱয়া" আজিও চিৰন্তন সত্য। দেশ কাল পাত্ৰ ভেদে তাৰ প্ৰয়োগৰ তাৰতম্য ঘটিব পাৰে আৰু নঘটিও নোৱাৰে। কিন্তু তাৰ মৌলিক বিচাৰ আজিও অপৰিহাৰ্য্য বিষয়।

এই খিনিতে এই মূলসূত্ৰ আৰু শিক্ষাবিধি সম্পৰ্কে এষাৰ কব খোজো। "ছাত্ৰানামধ্যয়নং তপঃ," এই কথা নিৰক্ষৰ জনৰো মুখে মুখে ওলোৱা কথা "পঢ়ায়, পঢ়ে বোৰে পাণ, এই তিনি চাবিয়ে নিচিন্তে আন।"

অৰ্থাৎ অধ্যয়নেই ছাত্ৰ সমাজৰ প্ৰথম ধ্যানৰ বস্তু, সেয়ে গায়ত্ৰী মন্ত্ৰ। আজিও এই কথা নেখাটেনে? তাৰ পাছত শিক্ষাবিধি—

"প্ৰণিপাতেন, পৰিপ্ৰশ্নেন, সেৱয়া"। অৰ্থাৎ যিবিলাক বিষয় শিকোৱা হয় তাক শ্ৰদ্ধাৰে শিকিব লাগে সেই বিষয়ে মনত যিমানবিলাক প্ৰশ্ন উঠে তাক কৈ খৰচি মাৰি বুজি উঠিব লাগে। আৰু সেইদৰে লব্ধজ্ঞান কাৰ্য্যস্থলত হাতে কামে কৰি দেখুৱাব লাগিব। কাজেই আজিও শিক্ষাৰ বিধি সেয়ে নহয়নে? আজি কালি নহলে নচলা বোলা কাৰ্য্যকৰী শিক্ষাৰ আদৰ্শও সেয়ে বুলি কব নেলাগিবনে? আৰু মনস্তত্ব মনোবিজ্ঞান, সমাজ বিজ্ঞানৰ ফালৰ পৰাও এয়ে শিক্ষাৰ সনাতন মুলসূত্ৰ আৰু শিক্ষা বিধি বুলি কব লাগিব। এই দৃষ্টি ভঙ্গীৰে চাই সমাজৰ তৰুণ শক্তিৰ ছাত্ৰাৱস্থাতে যাতে অপচয় নহৈ সঞ্চয় কৰি বাল-ব্ৰহ্মচাৰী জীৱন যাপন কৰি সুস্থ দেহা, সুস্থ মন লৈ সংসাৰৰ সৰ্ব্ববিধি সুখ সম্পদ ভোগ কৰিবলৈ সক্ষম হয়, বৰ্ত্তমানৰ শিক্ষানীতি আৰু বিধি তাৰ অনুকুলে যাব লাগিব। বৰ্ত্তমান যুগৰ অব্যৱস্থিত চিত্তৰ ঠাইত একাগ্ৰ চিত্ততা আনিব লাগিব। মুখস্থ বিদ্যা গৰুৱে পেটত বাইসোপা সুমোৱাৰ দৰে গুসুমাই, স্বাস্থ্যবিধি মতে কেবাবাৰো চোবাই উদৰস্থ কৰি ললে অজীৰ্ণ অগ্নিমান্দ্য দোষৰ হাত সাৰি নিৰাময় জীৱন যাপন কৰিব পাৰিব। "শৰীৰমাদ্যং খলু ধৰ্ম্ম সাধনং"— দেহা থাকিলেহে বেহা এয়ে তৰুণ শক্তিৰ পালিব লগীয়া ঘাই ধৰ্ম্ম। এই শৰীৰ ধৰ্ম্ম পালন কৰিলে শৰীৰ চৌষষ্টি ব্যাধিৰ পেৰেতৰ বাহ নহৈ, চৌষষ্টি কলাৰ গৱেষণালয় হৈ উঠিব। দেহাৰ অঙ্গ প্ৰত্যঙ্গই কামত জপিয়াই পৰিবলৈ বিচাৰিব, মনৰ চিন্তাধাৰা অপ্ৰতিহত গতিৰে ফটিকৰ ধাৰে বৈ যাব, গতিশীল জীৱন প্ৰবাহ অনন্ত জ্ঞান সমুদ্ৰত লীন হৈ আত্মস্থ অৱস্থা প্ৰাপ্ত হব। সুস্থ দেহাত সুস্থ মন যেতিয়া চিন্তাশীল হৈ উঠিব। সেই চিন্তা-প্ৰসূত নানা জ্ঞান বিজ্ঞানৰ তত্ব, তথ্যই জীৱন যাত্ৰাৰ নানা সুগম পথ দেখুৱাই দি গন্তব্যস্থান উলিয়াই দিব। জীৱন যাত্ৰা সফল হব।

তৰুণ শক্তিৰ অপচয় উই কৰ্কৰা; সঞ্চয়-মৌ বিচনীখন, তপ্, তপ্, কৰে মৌ ৰস পৰা। গতিকে ভবিষ্যত জীৱন মধুময় কৰি তুলিবলৈ হলে তৰুণ শক্তি অযথা নষ্ট নকৰি বীৰ্য্যবান কৰি তুলিব লাগিব।

ইয়াত কিমানদূৰ সংযম, সদাচাৰ, সৎসঙ্গৰ দৰ্কাৰ তৰুণ সমাজে অতি গভীৰ ভাবে চিন্তা কৰিচোৱা উচিত। বৰ্ত্তমানৰ জনতাৰ যুগত কিমান কোলাহলময় পৰিবেশৰ মাজত ছাত্ৰ সমাজে অধ্যয়ন কৰিব লগা হৈছে সেই কথা পাহৰিলেও নচলিব। তেনে পৰিবেশত "ছাত্ৰানামধ্যয়নং তপঃ" বুলি হিতোপদেশ দিলেই নচলিব। পুৰ্ব্বৰ আশ্ৰম সুলভ পৰিবেশ সৃষ্টি কৰিব লাগিব। এজন সিদ্ধ পুৰুষেও বজাৰৰ মাজত বহি তপস্যা কৰা টান। গতিকে, বৰ্ত্তমানৰ শিক্ষালয়বিলাক আশ্ৰমৰ বস্তু হব নোৱাঁৰিলেও বিধান সভাৰ "ইলেক্‌চন্ অফিচ্" হোৱাটোও বাঞ্চনীয় নহয়। ছাত্ৰ ইউনিয়নতো এতিয়া ভোটৰ বাকচ সোমাল। কাজেই ছাত্ৰ জীৱনতেই যদি তেওঁলোকে "ভোট" বা" ভূতৰ" উপদ্ৰৱ সহিব লগা হয়, তেন্তে, তেনে ভূত-মেলা জীৱনত, পাছতো নানা ৰকম ভূতৰ উপদ্ৰৱ নহৈ নেথাকে। গতিকে, ছাত্ৰ সমাজক ৰাজনৈতিক বিভেদতা,

সত্তৰৰ নামত সংঘৰ্ষ, মানসিক অস্থিৰতা, নৈতিক ভ্ৰষ্টাচাৰিতাই যাতে উপদ্ৰৱ কৰিব নোৱাৰে, তাৰ বাবে তেওঁলোকৰ হাতত ৰক্ষা-কৱচ বান্ধিবই লাগিব। অৰ্থাৎ সক্ৰিয় ৰাজনীতিৰ পৰা তেওঁলোক আঁতৰি থকা উচিত। আৰু ছাত্ৰ অনুষ্ঠান বিলাকতো ৰাজনৈতিক নিৰ্ব্বাচন পদ্ধতি গ্ৰহণ অবাঞ্ছনীয় বুলি ভাবো। ছাত্ৰ অনুষ্ঠানবিলাক ক্ষমতাৰ "পাৱাৰ হাউচ" নহয়, ইষ্ট চিন্তাৰ যোগাসন হোৱা উচিত। এই অনুষ্ঠান বিলাকৰ নিৰ্ব্বাচনত কেইবাজনো প্ৰাৰ্থী হলে যি জনেই প্ৰাৰ্থী পদ এৰিব নোখোজে, যোগ্যতাৰ হলেও বাকী কেইজনে এৰি দিলে, নিজেই পাছত লাজ পাব। ভবিষ্যতে লাহে লাহে যোগ্যতম জনেই বিনা প্ৰতিদ্বন্দ্বীতাই নিৰ্ব্বাচিত হব। ছাত্ৰ সমাজে এটা কথা সদায় মনত ৰখা উচিত। ছাত্ৰ অনুষ্ঠানবিলাক গীতাৰ "অভ্যাস যোগ" হে, যুযুৎসু কুৰুপাণ্ডৱৰ ৰণ প্ৰাঙ্গন নহয়।

নল মৰে গজাঁলি উঠে এইটো প্ৰাকৃতিক নিয়ম। মানুহৰ সমাজতো এই কথা খাটে। ব্ৰহ্মপুত্ৰৰ গৰা খহনীয়াই নলবোৰ মাৰি শেষ কৰিব পৰা নাই।

এই গজাঁলি বিলাকৰ বাবে। এটা জাতিও মৰিও অমৰ, এই তৰুণ শক্তিৰ বাবে। জাতিৰ তেনে গজাঁলিকেটা— তৰুণ শক্তি লহপহকৈ বাঢ়ি আহিবলৈ নিদি মৰা নলডালৰ লগতে ব্ৰহ্মপুত্ৰত উটি গলে চাপৰি গুৰনী নলনি খনৰ ঠাইত খৰাং বালিসোপোই ভৰিব তলুৱাহে পুৰিব, কোনো কামত নাহে। সেই বাবে সমাজৰ এই কোমল গজাঁলিটিৰ যাতে মূৰ নাভাঙ্গে, তাৰ নিমিত্তে বিশেষ যত্ন লোৱা উচিত। ভবিষ্যত দেশ গঢ়োতা এই তৰুণ সকলৰ সৰ্ব্বাঙ্গীন উন্নতি সাধনৰ দায়িত্ব সমাজ আৰু দেশৰ নেতৃত্বই নলৈ, তেওঁলোক বিপথে গলে, কেৱল "কন্দুৱা গেছ" পুলিচৰ লাঠি চাজ, বা গুলি চালনাই, তেওঁলোকৰ কৰ্ত্তব্য পালন হল বুলি ভাবিলে ভুল হব। তেনে কঠোৰ বিধান লবলৈ বাধ্য হোৱাটোৱেই সময় থাকোতে ইয়াকে ইঙ্গিত দিয়ে যে "Something rotten in the State of Denmark"— অৰ্থাৎ দেশত কৰবাত পাক লাগিছে; গাৰ কোনোবা ঠাইত নগা-ঘা লাগিছে। কেনিবাদি বিষাক্ত বতাহ বলিছে। অলপ মলম লগাই নগা-ঘা গুচোৱা টান, অলপ ধুনা জ্বলাই বিষাক্ত বতাহ দুৰ কৰা টান।

দেশ স্বাধীন হোৱাৰ পাছত, দেশে মহাত্মাৰ আদৰ্শ লৈ পিঠি দি তিবিৰ মূৰত পিণ্ডটো দিয়াৰ দৰে, বছৰি "গান্ধী পক্ষ" এটা পালন কৰি আহিছে। সিও কেতিয়াবা ভোজনী একোটা দি পাল মৰা হয়। মহাত্মাৰ পাঁচ লক্ষ গ্ৰাম স্বৰাজৰ ভেটিত পয়সত্তৰ-ঘৰ ধন কুবেৰৰ টোল বহিল। মহাত্মাই পাঁচ লক্ষ কুটীৰত পাচঁ লক্ষ কুটীৰশিল্পৰ যি পৰিকল্পনা কৰিছিল, পাচঁলক্ষ গাৱঁৰ পথাৰ সুজলা সুফলা শস্য শ্যামলা হৈ উঠিব বুলি আশা কৰিছিল, তাৰ ঠাইত পাচঁ লক্ষ কুটীৰশিল্পক গিলিপ মাৰি ধৰা পাচঁশ বৃহৎ উদ্যোগৰ কল-কাৰখানা স্থাপন হল সচাঁ, সেয়ে দেশ সুজলা-সুফলা শস্য-শ্যামলা কৰি তুলিলে নে? বৰং তাৰ আকাশ ছাটি ধৰা ধোৱাই ভাৰতৰ মুক্ত আকাশক বিশুদ্ধ বায়ু আৰু বিষাক্ত কৰি তুলিছে। দৈত্যৰ দৰে শাৰী

থাকী এই পৰ্ব্বত যেন প্ৰকাণ্ড কাৰখানা বিলাকৰ "চিমনীয়ে" দি কুম্ভকৰ্ণৰ নাকেদি নৰমনিচ, কীট-পতঙ্গ আদি সোমাই হজম হোৱাৰ দৰে, লক্ষ লক্ষ গাওঁৰ সম্পদবিলাক জাহ গৈছে। দেশত আজি গণতান্ত্ৰিক সমাজ বাদ প্ৰতিস্থা হৈছে, বা দেশ তাৰ অভিমুখী হৈছে বুলি যদি কেৱে কয়, তেন্তে সি প্ৰলাপ নহলেও সত্যৰ যে অপলাপ কৰা হব সেই কথা নিঃ শঙ্কোচে কব পাৰি। গতিকে তৰুণ শক্তিয়ে এতিয়া বন্ধই হওক বা মুকলিয়েই হওক, হৰতালেই হওক বা হুবিমুকিয়েই হওক ধৰ্ম্ম ঘটেই হওক বা পাপৰ বাসবিয়েই হওক, সেই বিলাকত মুখ দি মুখ ছুৱা কৰা, হাত দি হাত লেতেৰা কৰাৰ কেনো ফল নধৰিব আৰু আজিলৈকে ধৰাও নাই। এইবিলাক ৰোগৰ লক্ষণহে, ৰোগৰ বীজাণু ক'ত তাক বাহিৰ কৰাটোহে থাই কথা।

এদিন মহাত্মাৰ আদৰ্শত আৰু নেতৃত্বৰ এই তৰুণ শক্তিয়ে দেশ স্বাধীন কৰাত যথেষ্ট অৱদান দিলে। আজি তেওঁলোকে দেশ গঢ়া কামত দেশৰ নেতৃত্বই তেওঁলোকৰ কি দৰে আগুৰাইছে সেইটোহে দকৈ ভাবি চাবৰ বিষয়। এই কুৰি বছৰে দেশত শিক্ষিতৰ সংখ্যা যিমান গুণে বাঢ়িছে, নিবনুৱাৰ সংখ্যাও সিমান গুণে বাঢ়িছে বুলি কলে অত্যুক্তি নহব। ছাত্ৰানুস্থান বিলাকে এই বিষয়টোহে বিশ্ববিদ্যালয় আৰু চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি গভীৰ ভাবে আলোচনা কৰি, আনুস্থানিক ভাবে সক্ৰিয় নিৰুপদ্ৰৱ আন্দোলন কৰি, দেশৰ নেতৃত্বক, চৰকাৰক শিক্ষা নীতিৰ এই সমস্যা সমাধানৰ অভিমুখী কৰাবলৈ সক্ষম হোৱা দৰ্কাৰ। দেশৰ শিক্ষিত বা অৰ্দ্ধ শিক্ষিত নিবনুৱা সকলৰ পেটৰ ভাটমুঠি উপাৰ্জনৰ জোখাৰে যদি কাৰ্য্যকৰী শিক্ষা দিয়া হোৱা নাই, তেনে নেতৃত্বই, তেনে চৰকাৰে নিশ্চয় নিজৰ দায়িত্ব বহন কৰিব পৰা নাই। আজি দেশ প্ৰতিৰক্ষা কৰিবলৈ নিজক আত্মবলিদান দিয়াটো যেতিয়া তৰুণ সমাজৰ দেখাদেখি কৰ্ত্তব্য নিজৰ দেহাটো ৰক্ষা কৰিবলৈ পেটৰ ভাটমুঠি উলিয়াবলৈ দেশে তেওঁলোকক কাৰ্য্যকৰী শিক্ষা দিয়াটোও দেশৰ নেতৃত্বৰ গুৰুত্তৰ কৰ্ত্তব্য। তাৰ পৰা তেওঁলোক কদাপি অব্যাহতি পাব নোৱাঁৰে। শিক্ষাই যদি দেশৰ নিবনুৱা সংখ্যা দিনে বঢ়াই নিছে, তেনে শিক্ষাৰ কোনো প্ৰয়োজন নাই বুলি ছাত্ৰ অনুস্থানবিলাকে একমত হৈ বৈধ্যভাবে আন্দোলন কৰি তাৰ পৰিবৰ্ত্তন অনোৱাটো তেওঁলোকৰ স্বত্বৰ ভিতৰত পৰে বুলি কব পাৰো।

আন্দোলনৰ পথ অনুসৰণ নকৰি, তৰুণ শক্তিয়ে যদি নিজৰ চিন্তাধাৰাক আলোড়ণ দিবলৈ ধৰে, দিনে তাৰ প্ৰৱাহিকা শক্তি বাঢ়ি আহি সমাজ চোৱাই নিব, তাৰ পলসে দেশৰ মাটি সাৰুৱা কৰি তুলিব। দেশৰ নেতৃত্বই দেশৰ চৰকাৰে যেতিয়া উলাই থকা, দেশৰ জাতীয় সমস্যাবিলাক সমাধান কৰিবলৈ অক্ষম হৈ উঠে, তেতিয়া সময়ৰ শব স্বৰূপে তৰুণ শক্তিয়ে নিৰুপদ্ৰৱ আন্দোলনৰ মাজেদি দেশৰ নেতৃত্বক বাধ্য কৰোৱা উচিত। কাৰণ দেশৰ নেতৃত্বই, চৰকাৰে যেতিয়া দেশৰ তৰুণ সমাজেই দেশৰ ভাবী অধিকাৰী বুলি অহোৰাত্ৰ কৈ ফুৰে তেতিয়া তেওঁলোকৰ সেই ভাবী স্বাৰ্থ হানীকৰ কাৰ্য্যত নিশ্চয় বাধা দিবৰ অধিকাৰ

আছে আৰু তাৰ প্ৰতিকাৰ বিচৰা তেওঁলোকৰ অপৰিহাৰ্য্য কৰ্ত্তব্যই নহয়, দায়িত্বও।

সকলো দেশতে দেশৰ সন্ধিক্ষণত বিশেষকৈ বিদেশী শাসন পোষণত দেশ অতিষ্ঠ হৈ উঠিলে, দেশত তাৰ পৰিণাম স্বৰূপে জন-জাগৰণ স্বভাৱতে হোৱাৰ সময়ত দেশৰ তৰুণ শক্তিয়ে আত্ম পৰিচয় দিয়ে। ই শুভ লক্ষণ। কিন্তু, তাৰ বাবে মহাত্মা গান্ধীৰ দৰে নেতৃত্ব দিব পৰা মহান লোকৰ আৱিভাৱ হব লাগিব; নহলে, অনিয়ন্ত্ৰিত তৰুণশক্তি, প্ৰথমতে কোৱাৰ দৰে, ঢেৰেকনি সংহাৰক মূৰ্ত্তি ধাৰণ কৰা বস্তু।

—••—

> No one is useless in this world who lightened the burden of it for anyone else—
>
> *Dickens.*

# সমাজ গঠনত শ্রীমন্ত শঙ্কৰদেৱ

শ্রীদুলাল চন্দ্র দত্ত
৩য় বাৰ্ষিক, বি·এ।

**ধৰ্ম্ম আৰু সমাজঃ—** যি সমাজক ঈশ্বৰমুখী কৰি ধৰি ৰাখে আৰু সমাজক ধ্বংসৰ পৰা ৰক্ষাকৰি 'মহাবোধ সত্বাৰ' লগত সমন্ধ কৰি দিয়ে সিয়েই ধৰ্ম্ম। ইয়াকেই ধৰ্ম্ম বুলি সৰল অৰ্থৰে ধৰি ললে দেখা যায় যে, ধৰ্ম্মৰ অৱতৰণত এখন সমাজৰ ৰূপ সভ্যতাৰ পৰিপন্থিত। গতিকে এখন সমাজৰ সভ্যতাৰ মূলত ধৰ্ম্মচেতনাৰ অতীৱ প্ৰয়োজন। বুৰঞ্জীয়ে চুকি নোপোৱা দিনৰ পৰাই মানুহ জাতিৰ মাজত বিভিন্ন ধৰণেৰে খোপত খোপে আগুৱাই যাবলৈ যি প্ৰচেষ্টা ললে তাৰ মূলতে হল এই ধৰ্ম্মচেতনা। বাস্তৱতাৰ দৃষ্টিভঙ্গীৰে চালেও দেখা যায় যে, এই ধৰ্ম্মচেতনাই সমাজৰ শাৰীৰিক চেতনা, মানসিক চেতনা, নৈতিক চেতনা আৰু আধ্যাত্মিক চেতনাৰ পৃষ্ঠপোষকতা কৰি আহিছে। যাইহওক ধৰ্ম্ম নহলে মানুহৰ জীৱনৰ অস্তিত্ব অৰ্থশূন্য। ইয়াৰ অন্তৰালত জীৱন কি? সমাজ কি? আমি আহিলো কৰ পৰা? যাম কলৈ? কৰিম কি? কাম কি? আদি জটিল প্ৰশ্নবোৰৰ মীমাংসা আৰু ঐহিক, পাৰত্ৰিক জীৱনৰ ভূমিকা আৰু জীৱন মহিমা নৃত্যছন্দিল গতিৰে এই ধৰ্ম্মৰ অন্তৰাল ভাৱাক্ৰান্ত হৈ আছে। এই অসীম সত্বাৰ সীমা বিচাৰি যোৱাৰ প্ৰচেষ্টাই ধৰ্ম্ম আৰু ইয়াৰ প্ৰতিফলনেই সমাজ। আৰু ধৰ্ম্ম আদি প্ৰচেষ্টাৰে যি জনে সমাজক ধুই-পখালি নিকা কৰি সভ্যতাৰ সাজ পিন্ধায় উলিয়াই দিয়ে সেই জনেই সংগঠক। এই ধৰ্ম্ম আৰু সমাজৰ নিবিড় সমন্ধত প্ৰগতিৰ ভূমিকা প্ৰগাঢ় হৈ উঠে, আৰু এই পটভূমিৰেই সমাজ পৰিশুদ্ধি আৰু সংস্কাৰ হৈ উঠে। এইয়েই সৰল অৰ্থত সমাজ আৰু এইয়েই ধৰ্ম্ম।

**ধৰ্ম্ম আৰু অৱতাৰঃ—** সেই ধৰ্ম্মই যদি সীমাবদ্ধ ক্ৰিয়াকাণ্ডৰ কবলত পৰি যেতিয়া ধৰ্ম্মৰ স্থিতি স্থাপকতা হেৰাই যায় — যেতিয়া ধৰ্ম্মৰ সত্যসত্বাটো সমাজত অচিন হৈ পৰে— জনতাৰ মাজত ব্যক্তিকেন্দ্ৰীক স্বাধীনতা বাগ্মৰ

হৈ উঠে — তেতিয়া সমাজত নানান ব্যভিচাৰে দেখা দিয়ে আৰু সমাজ পতীতমুখী হয়! এই অৱস্থাত সমাজ বিস্মৃতিৰ বুকুলৈ ধাবিত হয়। শ্ৰীকৃষ্ণই গীতাত অৰ্জ্জুনক স্বধৰ্ম্মত উপস্থাপন কৰিবলৈ যত্ন কৰোতেও কৈছিল :

যদা যদাহি ধৰ্ম্মস্য গ্লানি ৰ্ভৱতি ভাৰত।
অভ্যুত্থানামং অধৰ্ম্মস্য তদাত্মনং সৃজাম্যহম্॥
পৰিত্ৰানায় সাধুনাং বিনাশয় চ দুষ্কৃতাম।
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥

এই শ্লোকটিৰ অন্তৰস্থ ভাবধাৰাত সমাজৰ এনে এক পৰিবেশৰে চিত্ৰাঙ্কন কৰিছে আৰু লগতে এনে পতিত সমাজৰ পুনৰুত্থানৰ ভূমিকাত ভগৱান শ্ৰীকৃষ্ণই অংশ গ্ৰহণো কৰিছে। অৰ্থাৎ গীতাৰ 'যেতিয়াই ধৰ্ম্মৰ গ্লানি হয় তেতিয়াই মই অৱতাৰ ধৰো' এই কথাষাৰৰ যথাৰ্থতাই সম্যক ৰূপ-সজ্জাত অৱতীৰ্ণ হৈ এই বিশ্বব্ৰহ্মাণ্ডত তেওঁৰ ভৱিষ্যতে প্ৰশাসন হৈ আছে। অৱশ্যে এই প্ৰশাসনীয় ব্যৱস্থাত অৱস্থাভেদে বেলেগ ভূমিকাৰ অৱলম্বন হয়। নাম ঘোষাত কৈছে—

মৎস্য কূৰ্ম্ম নৰসিংহ বামন পৰশুৰাম
হলিৰাম বৰাহ শ্ৰীৰাম।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহো প্ৰণাম॥

আকৌ বৰগীতত কৈছে :

নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সেহি জন্মে জীৱৰ জনম দূৰ কৰা॥

দেখা যায় ভগৱান শ্ৰীকৃষ্ণৰ কথাষাৰৰ যথাৰ্থতাৰে এই ক্ষুদ্ৰ পৃথিৱীৰ বুকুৰ ইতিহাসো ভাৰাক্ৰান্ত হৈ আছে। পৃথিৱীৰ বুকুত থিতাপি লোৱা অনেক নামাকৰণৰ অনেক ধৰ্ম্মৰ গুৰিত এনে ঐতিহাসিক সত্য নিহিত হৈ আছে। অৱশ্যে পূৰ্ণ-ব্ৰহ্ম ভগৱানে মনুষ্যৰূপ ধৰি জগতত অৱতীৰ্ণ হোৱাৰ কথাষাৰৰ বহুতৰ নিমিত্তে বিৰোধীতাৰ যুক্তি থাকিলেও এইটো সৰ্ব্বজন স্বীকৃত যে, পৃথিৱীৰ বুকুত দেশ-কাল অৱস্থা ভেদে অৱতাৰ হোৱা বিভিন্ন পুৰুষ সকলে পৃথিৱীক সেই পূৰ্ণ-ব্ৰহ্ম ভগৱানৰ বিষয়ে স্বৰূপ কথাৰ সন্ধেন দি যাব পাৰিছে; যি প্ৰেৰণাত গৌতম বুদ্ধই ৰাজ সিংহাসন, কামনা-বাসনা ত্যাগ কৰি 'মহামুনি' হ'ল, যি প্ৰেৰণাই আকোৰ গোজা, নিষ্ঠাৰ ইহুদীলোকৰ মাজত যীশুক তেওঁৰ বগা বগা কেঁচা তেজৰ বিনিময়ত হলেও প্ৰেম মন্দাকিনীৰ স্ৰোত বোৱাবলৈ সমৰ্থ কৰালে, যি প্ৰেৰণাই হেৰা পৰ্ব্বতৰ গহ্বৰৰ মাজত তপস্যাৰত জীৱনক সঙ্কটাপন্ন অৱস্থাটো বাখি সীমাহীন কষ্টৰ মেটমৰা বোজাৰ বিনিময়ত 'মহম্মদক' শান্তিৰ বাণী শুনাবলৈ শক্তি দিছিল- সেই বিলাকক ভগৱানৰ এক বৈচিত্ৰময় সৃষ্টি বুলি স্বীকাৰ কৰাৰ বাহিৰে অন্য উপায় নাই। এই সকলে ভগৱানৰ সান্নিধ্য লভি ভগৱানৰ ইপ্সিত প্ৰতিচ্ছবি পৃথিৱীৰ বুকুত আঁকি থৈ যায় আৰু তাকে সকলো ধৰ্ম্মই ঈশ্বৰৰ স্বৰূপ বুলি গ্ৰহণ কৰি আহিছে। এই সকলে তেখেত সকলৰ সাধনালব্ধ প্ৰতিভাৰে ধৰ্ম্মান্ধ সমাজ সুগম পথৰ সন্ধান কৰি দিয়ে। "ধৰ্ম্মৰ গ্লানি হলে মই অৱতাৰ ধৰো" এই কথাষাৰৰ সম্যক অৰ্থ এইয়ে। সেইহে সেই গ্লানিৰ অপমৃত্যু ঘটাই ধৰ্ম্মৰ সুগম পথ ৰচনা কৰিবলৈ ঘৰবাৰী এৰি, লৰা তিৰোতা ৰাজ্য ত্যাগ কৰি গৌতমে বুদ্ধত্ব গ্ৰহণ কৰিলে। যিশুৱে, পিঠত দিয়া স্বত্বেও আততায়ীক ক্ষমা কৰিবলৈ

মৃত্যু যন্ত্ৰনাতে প্ৰাৰ্থনা কৰি তাৰ যোগেদিয়েই শান্তি বাণী শুনালে। মহম্মদেও সেই একে উদ্দেশ্যেৰে কঠোৰ যন্ত্ৰনাৰ মাজতো জীৱনক জীয়াই ৰাখিছিল। সেই একে উদ্দেশ্যকে বলবৎ কৰি সাময়িক ক্ৰিয়াকাণ্ড বহুল সমাজত "বিষ্ণুয়ে সমস্ত জগত সাৰ এই পৰম সত্যক 'নাম ধৰ্ম্মৰ' মাজেদি সকলোৰে কাণত বজাই তাক হৃদয়ঙ্গম আৰু মৰ্ম্মস্পৰ্শী কৰিবলৈ মুখে বোলা ৰাম হৃদয়ে হৰা ৰূপত ৰূপায়িত কৰিবলৈ শঙ্কৰ দেৱৰ আবিৰ্ভাৱ হল।

## শঙ্কৰদেৱৰ আবিৰ্ভাৱ আৰু সমসাময়িক অসমীয়া সমাজঃ—

জগত জননী পতিতপাৱনী ধাৰ ভূঞাঁৰ বংশৰ আলি পুখুৰীত (বৰ্ত্তমান নগাৱৰ মৈৰাবাৰীৰ ওচৰত) ঘৰত ১৩৭১ শকত কুসুম্বৰ ভূঞাঁৰ ঔৰসত সত্যসন্ধ্যা আইৰ গৰ্ভত এই সৰ্ব্ব গুণাকৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিভাৱ হয়। মাধৱ পুৰুষৰ ভাষাৰে যি আছিল—

দৰশিত সুন্দৰ গৌৰ কলেবৰ
যৈছন সুৰ পৰকাশ
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ।
বিনে অঙ্গ ভূষণ পেখিসুসোভন
গহীন গম্ভীৰ ধীৰমতি।
আয়ত কমল নয়ন বৰ সুন্দৰ
যেন চান্দ কহোজ্যোতি।
লীলা গজগতি গমন বিলোকন
বাণীমেঘ গম্ভীৰ।
পাষণ্ড মৰ্দ্দন কলিকো কালে
যাকো সমনাহি ধীৰ।

এইয়াই শ্ৰীমন্ত শঙ্কৰ যি জনে 'বিষ্ণুয়ে সমস্ত জগত সাৰ' এই অফুৰন্ত ধৰ্ম্মোচ্ছাসৰ পৰা বিশ্বাস বা বিশেষ শ্বাস গ্ৰহণ কৰি মাধৱদেৱৰ ভাষাৰে চৈতন্য আদিত্য, হৃদয়ে আকাশে সৰ্ব্বদায় প্ৰকাশয়। উদায়স্ত নাই সন্ধ্যা উপাসনা কৰিবা কোন সময়। এই নিজক হেৰুৱা প্ৰেম "ৰসময় ভক্তিৰ' অসমীয়া সমাজক অনুপ্ৰাণিত কৰিলে। সেয়েহে নামঘোষাত গাইছে।

পৰম অমূল্য ৰত্ন . হৰি নামৰ পেড়া।
অতি গুপ্ত স্বৰূপে আছিল।
লোকক কৃপায়ে হৰি শঙ্কৰ স্বৰূপে আসি
মুদ ভাঙ্গি সমস্তকে দিল॥

এই খিনিতে দেখা যায় যে, সীমাবদ্ধ ক্ৰিয়াকাণ্ডৰ মাজত পৰিয়েই বা অন্যান্য কাৰণ বশতঃ অসমীয়াৰ সামাজিক চেতনা বিলুপ্তি ঘটিছিল। অৰ্থাৎ সমাজৰ মেৰুদণ্ড ধৰ্ম্মচেতনা আৰু নৈতিক চেতনা হেৰাই গৈ আত্ম বিলুপ্তি ঘটিছিল। অৱশ্যে এই বিষয়ত ঐতিহাসিক দৃষ্টিত বহুটো কাৰণ প্ৰদৰ্শিত হৈ আছে। এনে অসমীয়াৰ অস্তিত্ব বিস্মৃতিৰ সময়তে শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱ হৈ এই মৃত প্ৰায় সমাজক দীঘলীয়া চকুৰি বহুৰীয়া কৰ্ম্ম নিপুণ জীৱনটোতে "আধ্যাত্মিক" অগ্নাজানৰ প্ৰভাৱ নিকা মহাপুৰুষীয়া এটি ধৰ্ম্ম দি আকৌ অসমীয়া সমাজ সঞ্জিৱীত কৰিলে। 'অব্যক্ত ঈশ্বৰক' নামৰ মুখত ব্যক্ত কৰিলে। 'প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ'ৰ পৰম পদ হৃদয়ত পাই তাকে

'দাস্য ভাৱে' কৃষ্ণৰ কিঙ্কৰ' শঙ্কৰে এই পৰম ব্ৰহ্মৰ সাফল্য লাভৰ উপাই সকলোকে বিলালে। তাকে প্ৰিয় শিষ্য মাধৱে দাসৰো দাস হৈ ভকতত ভকতি থাপি মুক্তিকো নেওচি মাধৱৰ নাম কীৰ্ত্তনতে সৰ্ব্বস্ব উটুৱাই দি ভকতি 'ৰসময়ী' কৰি পেলালে।

এই খিনিতে প্ৰশ্ন হয় যে, অসমীয়া সমাজক লৈ শঙ্কৰদেৱৰ বৈপ্লৱিক দৃষ্টিৰ উৎস ক'ত বা শঙ্কৰদেৱক অসমীয়া সমাজক পুনৰ সংগঠন কৰিবলৈ কিহে প্ৰেৰণা দিলে। অৱশ্যে এই প্ৰশ্নৰ উত্তৰ সংক্ষিপ্ততাৰে ওপৰত উল্লেখ কৰা হৈছে। কিন্তু ইতিহাসৰ সহায় ললে এই ধৰ্ম্ম বিপ্লৱৰ আৱশ্যকী আৰু প্ৰয়োজনীয়তাৰ কথা বহলাই বুজাত উজু হৈ পৰে এই খিনিতে ডঃ প্ৰফুল্ল দত্ত গোস্বামীৰ একেষাৰ কথাৰ উদ্ধৃতি অতি প্ৰযোজ্য হ'ব। সি হ'ল "মহাপুৰুষ বা চিন্তাবীৰ সকলে সমাজত বহুটো আহুকাল দিয়ে। কিন্তু সমাজত বিশৃঙ্খলতাই দেখা দিলে এই সকলেই আদৰ্শ একো একোটা ডাঙি ধৰি শৃঙ্খলা স্থাপন কৰি যায়হি। বুৰঞ্জীৰ প্ৰধান প্ৰধান ধৰ্ম্ম প্ৰচাৰক জ্ঞানীসকলৰ জীৱনীয়ে ইয়াৰ প্ৰমাণ" এই ঐতিহাসিক সত্য কথাটো শ্ৰীমন্ত শঙ্কৰদেৱৰ ক্ষেত্ৰটো প্ৰযোজ্য। প্ৰাক্ বৈষ্ণৱ যুগৰ অসমীয়া সমাজৰ ধৰ্ম্মনীতি, সামাজিক জীৱনৰ ৰীতি-নীতি, ৰাজনৈতিক চাতুৰী এই সকলো ফালে দৃষ্টি নিক্ষেপ কৰিলে দেখা যায় যে, সেই কালত অসমীয়া সমাজত সকলো কালতে নানান বিভ্ৰান্তৰ সমাবেশ ঘটিছিল। প্ৰাক্ ঐতিহাসিক যুগৰ পৰাই কামৰূপ (অসম) ৰাজ্য শক্তি পূজাৰ কেন্দ্ৰস্থল আছিল। কালিকা পুৰাণৰ মতে কামৰূপ ৰাজ্যৰ প্ৰথম হিন্দুৰজা নৰকাসুৰ কামাখ্যাৰ ঘোৰ ভক্ত আছিল। যি কামাখ্যা পীঠ শক্তি পূজাৰ কেন্দ্ৰস্থল আছিল। তেওঁৰ প্ৰায় সমসাময়িক শোণিত পুৰৰ ৰজা বানাসুৰো শিৱভক্ত আছিল। সেইদৰে বান কন্যাৰ উষাৰ দেৱী পূজাৰ কথা সৰ্ব্বজন বিদিত। আকৌ কুণ্ডিল কুৱঁৰী ৰুক্মিণী দেৱীৰ দেৱী পূজাৰ কথাত প্ৰসিদ্ধ। আকৌ ঐতিহাসিক মধ্য যুগত খৃষ্টিয় সপ্তম শতিকাৰ পৰা নৱম শতিকালৈকে ভাস্কৰ ব্ৰহ্মাৰ ৰাজত্ব কাল আৰু পাচৰ ৰজা বিলাকৰ দিনতো বিবিধ পূজা পাতলৰ ব্যৱস্থা আছিল বুলি চীন পৰিব্ৰাজক হিউৱেন চাঙৰ টোকাত উল্লেখ আছে। অৱশ্যে খৃষ্টীয় ১১ শ, ১৩ শ আৰু ১৪ শ শতিকাৰ অসমৰ ৰজাসকল আৰু সমাজৰ মাজত বিষ্ণুসেৱাৰ উন্মেষ কিছু পৰিমানে হোৱাতো বুৰঞ্জীসম্মত। পালবংশীয় কমতা ৰজা ধৰ্ম্মপালৰ এখন শিলৰ ফলিত বৰাহ ৰূপী নাৰায়ণ স্তুতি পোৱা গৈছে। তাৰ পাচত দুৰ্ল্লভ নাৰায়ণ ৰজাৰ পৃষ্ঠ পোষকতাত কবি হেমসৰস্ব তীয়ে "প্ৰহ্লাদ চৰিত্ৰ" হৰিহৰ বিপ্ৰই মহাভাৰতৰ 'অশ্বমেধ' পৰ্ব্বৰ অসমীয়া পদ কৰি 'যদুপতি' 'হৰি' আদি বিষ্ণু অৱতাৰ বাদ স্বীকাৰ কৰে। তেখেতৰ পুতেক ইন্দ্ৰনাৰায়ণৰ ৰাজত্বত কবি কবিৰত্ন সৰস্বতীয়ে 'জয়দ্ৰথ বধ' বংপুৰৰ তাম্ৰধ্বজ ৰজাৰ দিনত কদ্ৰ কন্দলীয়ে 'দ্ৰোণ পৰ্ব্বত' অসমীয়া পদ কৰি হৰি মাহাত্ম্য বৰ্ণায়। আকৌ বৰাহী ৰজা মহামাণিক্যৰ আদেশ ক্ৰমে চতুৰ্দ্দশ শতিকাৰ 'মাধৱকন্দলীয়ে সাতকাণ্ড ৰামায়ণ 'পদ বন্ধে' ৰচনা কৰি কৃষ্ণ সেৱা আৰু নাম ধৰ্ম্মৰ পোষকতা কৰে।

যদিও এই দীঘলীয়া কালছোৱাত নানান বৈষ্ণৱ মাৰ্গীয় পুথি ৰচনা হৈছিল তথাপি ই ব্যক্তি কেন্দ্ৰীক ভাবেহে গঢ়ি উঠিছিল আৰু ইয়াৰ অন্তৰনিহিত সত্য সত্বাটোক ধৰ্ম্ম শ্ৰেষ্ঠ বুলি মানি জনসাধাৰণৰ মাজত আৰু প্ৰচাৰৰ কোনো প্ৰচেষ্টা লোৱা দেখা পোৱা নাযায়। কিন্তু এই কালছোৱাত উত্তৰ ভাৰতত এটি নৱ-বৈষ্ণৱ আন্দোলন গঢ়ি উঠিছিল কিন্তু শঙ্কৰদেৱৰ আগত অসমত এই আন্দোলনৰ কোনো প্ৰভাৱেই পৰা নাছিল। এই বৈষ্ণৱ মাৰ্গীয় পুথি সমূহতো জন সমাজৰো কোনো আস্থা আৰোপ হোৱা নাছিল। সাময়িক ৰাজনৈতিক দৃষ্টিকোণৰ পৰা চাবলৈ গলে দেখা যায় যে, খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ আগভাগতে আহোম সকল অসমলৈ আহে। এই সময় ছোৱাত অসমত যাই কৈ বাৰভূঞা, কছাৰী আৰু চুটিয়া ৰজাসকলৰ প্ৰতি-প্ৰজি আছিল। কিন্তু এই ত্ৰিশক্তিৰ উপৰিও ৰাজ্যৰ বেলেগ ৰজাই ৰাজত্ব কৰিছিল। গতিকে বেলেগ ৰজাৰ শাসনত বেলেগ দৃষ্টি ভঙ্গীৰ বহুটো ধৰ্ম্ম গঢ়ি উঠিছিল। বুৰঞ্জীয়ে কয় যে, আহোম সকল অসমলৈ আহোঁতে দেও পূজক আছিল। বাৰভূঞা সকলো ঘোৰ শক্তি পূজক আছিল। আনকি শঙ্কৰদেৱ প্ৰথমবাৰ তীৰ্থ পৰ্য্যটন কৰি ঘূৰি অহাৰ পিচতো শিৰোমণি ভূঞাৰ পৰিয়াল ঘোৰ শাক্ত আছিল। আনকি বৈষ্ণৱ ধৰ্ম্মৰ সোঁত পুৰাদমে চলিথকা অৱস্থাটো শঙ্কৰদেৱৰ নিজ পত্নীয়ে 'দট' পূজা কৰাৰ কথা চৰিত পুথিত উল্লেখ আছে। আকৌ চুটিয়া ৰাজ্যত তাম্ৰেশ্বৰী আদি মন্দিৰত "কেচাইখাতী" গোসানীৰ নামত মানুহ বলি দিয়াৰ প্ৰথা আছিল। উপন্যাসিক ৰজনীকান্ত বৰদলৈৰ তেওঁৰ 'তাম্ৰেশ্বৰী মন্দিৰ' উপন্যাস খনিৰ পট ভূমিত এনে নৰ বলিৰ কদৰ্য্যতা প্ৰকত হৈ উঠিছে। ইমানেই নহয় প্ৰাক্ বৈষ্ণৱ যুগত অসমত ধৰ্ম্মৰ নামত অনেক কু-সংস্কাৰৰ প্ৰাদুৰ্ভাৱ হৈছিল আৰু সমাজৰ এই কদৰ্য্য ব্যৱস্থাই অসমৰ আকাশ বতাহ ঢানি ধৰিছিল। আকৌ প্ৰজাৰ মাজতো পুজি পতিৰ অত্যাচাৰ, ধৰ্ম্মৰ নামত পুৰোহিত আদিৰ এক-চেতীয়া ব্যৱসায়, আনহাতে মোগলৰ জাউৰীয়ে জাউৰীয়ে হোৱা আক্ৰমণ আকৌ ইখন ৰাজ্যৰ লগত সিখন ৰাজ্যৰ অৰিয়া-অৰি এই ৰাজনৈতিক হেচাপেলাত পুজিবাদীৰ অত্যাচাৰ, চিৰাচৰিত দেৱীপূজাৰ বাধ্যবাধকতা দেশৰ অখণ্ডতা, নিৰা-পত্তাৰ প্ৰশ্ন; এই আটাইবোৰৰ বিকৃত অৱস্থাই অসমৰ জন গণক বহুত বিলাক উদ্ধত বিশৃঙ্খলাত পেলাই ককাল ভাঙি পেলাইছিল। গতিকে এই ঐতিহাসিক দৃষ্টিত অসমৰ অৱস্থাৰ ওপৰত উল্লেখ কৰাৰ দৰে আত্মবিলুপ্তি ঘটা অস্তিত্ব হীন অৱস্থাই যে আছিল সি সত্য। গতিকে এনে পতনমুখী এখন সমাজক উদ্ধাৰৰ পথ দিয়াত শঙ্কৰদেৱৰ এই ধৰ্ম্ম বিপ্লৱ বা ধৰ্ম্ম জাগৰণৰ প্ৰয়োজন যে অত্যাৱশ্যক আছিল সি অসম বুৰঞ্জীৰ ইংৰাজ লিখক 'গেইট' চাহাবৰ একেষাৰ কথাত প্ৰকট হৈ আছে। সি হ'ল "এনে নৃশংস ৰীতি অনিৰ্দ্দিষ্ট কাললৈ চলি থাকিবলৈ দিয়া অসম্ভৱ বুলিয়ে শ্ৰীশঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত বৈষ্ণৱ আন্দোলনে নৰনাৰায়ণৰ ( কোচ ৰজা ) ৰাজত্বক সৌভাগ্যমণ্ডিত কৰি তোলে।

**শঙ্কৰদেৱৰ সমাজ গঠনৰ ভূমিকা আৰু কাৰ্য্যাৱলী**ঃ— শ্ৰীমন্ত শঙ্কৰদেৱৰ মহাপ্ৰ-

ভৰতাত প্ৰথমে এই কথাই খেদা কৰিলে যে, সুখ আৰু মুক্তিৰ মৰীচিকা দেখুৱাই নানান দেৱদেৱীৰ পূজাৰ মায়াজালত পেলোৱা সৰ্ব্ব-সাধাৰণক উদ্ধাৰ কৰিবৰ উপায় সেই বহুমুখী পূজা সেৱাক সৰ্ব্বমুক্তি দাতা শ্ৰীকৃষ্ণৰ নিৰ্ম্মল ভক্তিলৈ আনি তাক এক মুখী কৰা। সেই উদ্দেশ্যেৰে তেৰাই প্ৰচাৰ কৰিলে যে, "অন্য দেৱদেৱী নকৰিবা সেৱ, গৃহো নপশিবা তাৰ। মুক্তিকো নাচাইবা, প্ৰসাদো নাখাইবা ভক্তি হৈব ব্যভিচাৰ" নিজৰ দুৰ্ব্বহ জীৱনৰ হেচাত আপুনি নিৰ্ঝৰি অহা "একশৰণ নিৰ্ম্মল ভাগৱতী ধৰ্ম্মই এনে সমাজক কাল, মান, অৱস্থাত সময়োপযোগী বুলি উপলব্ধি কৰি তাৰ প্ৰচাৰৰ কাম হাতত ললে। সৰ্ব্ব ভাৰতীয় বৈষ্ণৱান্দোলনৰ দৃষ্টিকোণ নিৰীক্ষণ কৰি তাৰ সাৰ আৰু অন্যান্য বৈষ্ণৱ অনুষ্ঠান বিলাকৰ পৰাও কিছু অভিজ্ঞতা আহৰণ কৰি তেৰাৰ নৱপ্ৰচাৰিত ধৰ্ম্ম সৰল কৰাত তেৰাৰ যুগব্যাপী কৰা তীৰ্থ পৰ্য্যটনে বহুত সহায় কৰে। তেৰা পৰ্য্যটনৰ পিচৰ পৰাই ধৰ্ম্ম প্ৰচাৰৰ কাম আৰম্ভ কৰে আৰু চৰিত পুথিৰ মতে তেৰাৰ পূৰ্ব্ব গুৰু মহেন্দ্ৰ কন্দলী, ৰাম ৰাম গুৰু আদিক প্ৰথমে শৰণ দিয়ে। তেখেতে ব্যভিচাৰ পূৰ্ণ সাময়িক তান্ত্ৰিক ধৰ্ম্মৰ প্ৰভাৱত অস্তিত্ব হেৰাই যোৱা সমাজক প্ৰতিকাৰ কৰিবৰ বাবে "গীতাৰ একান্ত শৰণ মোত লয়ো ধনঞ্জয়" এই নিৰ্ম্মল এক শৰণ ধৰ্ম্মক উপযুক্ত দেখি "সকল নিগম কল্পতৰু তাৰ ফল মহাভাগৱতৰ" অনুৰূপ সুতীব্ৰ ভক্তিবাদৰ সহায়েৰে 'ভাই মুখে ৰাম হৃদয়ে ধৰা কপ'ত দাস্যভক্তিৰে ভক্তিবাদ প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলে। নৰতেই নাৰায়ণৰ ভাব আৰোপ কৰি তেওঁৰেই প্ৰীতি আৰু দাসৰো দাস হৈ তেওঁৰ প্ৰিয় কাৰ্য্য সাধন কৰাই তেৰাৰ প্ৰচাৰিত ধৰ্ম্মৰ মূলনীতি। এই দাস্য ভক্তিৰ মাধ্যমেৰে 'মানৱ সেৱাই ঈশ্বৰ সেৱা এই চিৰন্তন সত্যটোক প্ৰকট কৰি চৈতন্য কৃষ্ণৰ নামত ভক্ত সকলৰ মন প্ৰাণ সপি দিয়াৰ দিহা কৰিলে। নামতেই পৰমাত্মাৰ স্বৰূপ থাপি' মুকুতি সুখক বশ্য কৰা সকলো ধৰ্ম্মৰ ওপৰে বসিয়া থকা হৰি নাম ব্যক্ত কৰি সমস্তলোকক উদ্ধাৰৰ পথ পৰিষ্কাৰ কৰিলে। এই হৰিনাম কীৰ্ত্তনত দেশ, কাল, নিয়ম, জাতি অজাতি বিচাৰ প্ৰশ্ন নাই। সেয়েহে তেৰাৰ প্ৰিয় শিষ্য মাধৱে ঘোষাত লিখিছে "হৰি নাম কীৰ্ত্তনত নাহি দেশকাল পাত্ৰ, নিয়ম সংযম একো বিধি'। আকৌ কীৰ্ত্তনত 'কৃষ্ণৰ কথাত যিটো ৰসিক ব্ৰাহ্মণ জন্ম তাৰ লগে কিক" আদি গণতান্ত্ৰিক ভেতিত এই ধৰ্ম্ম প্ৰতিষ্ঠা কৰিছে। সেই কাৰণে বায় চৌধাৰীয়ে কৈছে যে "নিজৰ প্ৰাচীন নিৰ্ম্মম নিস্কাম ভিত্তিটোৰ প্ৰতি শ্ৰদ্ধা অটল ৰাখি বাস্তৱতালৈ কাৰ্য্যকৰি সহানুভূতি লৈ, অথচ মুখ্যতঃ তাক আধ্যাত্মিকতাৰ প্ৰতি-স্থাপন কৰি সাম্যৰ শান্তিপূৰ্ণ সামঞ্জস্যতাৰে সামাজিক অদ্ভুত প্ৰভাৱবোৰ প্ৰগতিশীল দৃষ্টি-কোণেৰে শান্ত কৰি সমাজক মানবীয় ভিত্তিত গঢ় দি তোলা মহান প্ৰতিভা সেই সমসাময়িক যুগত সেই শ্ৰীমন্ত শঙ্কৰদেৱৰ বাহিৰে আন কাৰো দেখা নাযায়"

দেখা যায় পতিতমুখী অসমীয়া সমাজ আৰু জাতিক প্ৰকৃততে জীৱন মৰণৰ এক শঙ্কটময় সন্ধিক্ষণত ৰক্ষা কৰিলে। সিমানেই নহয় ধৰ্ম্ম সংস্কৃতি সভ্যতা, সাহিত্য এই সকলোতে

নতুন প্ৰাণৰ স্পন্দন দি সৰ্ব্ব ভাৰতীয় বিৰাট চৈতন্যৰ লগত যোগ সূত্ৰ স্থাপন কৰিলে। এই শক্তিৰ বলতে আজিও অসমীয়া জাতি এটা জাতি হিচাবে তিষ্ঠি থাকিব পাৰিছে। নিৰ্ম্মল ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰে অসমৰ বহুমুখী অপধৰ্ম্মৰ স্থান আৰু মল গুচাই সমাজক শুদ্ধ আৰু জাতিক একতা সূত্ৰত বান্ধি থুৱালে। নাম ধৰ্ম্মৰ মাজেদি নামঘৰ, মণিকুট ঘৰ, সত্ৰাদি স্থাপন কৰি সাত্বিক ৰূপ শমাত নাম ধৰ্ম্মৰে জনগণক 'ভাগ' কৰি গোটেই প্ৰদেশত 'নামধৰ্ম্ম' বস্তু বিতৰণ আৰু ধৰ্ম্ম আৰু সংস্কৃতিৰ শিক্ষা জাতি বৰ্ণ নিৰ্ব্বিশেষে বিলাবৰ দিহা কৰিলে। অৱশ্যে এই পৰম সত্তাৰ অনুসৰণ আৰু অনুকৰণত ৰজাৰ প্ৰায় ৰজা প্ৰজা সকলোকেই মনোনিয়োগ কৰি তেওঁৰ শিষ্যত্ব আৰু 'বৈষ্ণৱ ভকত' হ'বলৈ ধৰিলে। সচাকৈয়ে শঙ্কৰদেৱৰ সৰ্ব্বগ্ৰাসী ধৰ্ম্মৰ গাৰো, যৱন, ভোট সকলোৱেই শৰণ লোৱাৰ কথা চৰিত পুথিত উল্লেখ আছে। এই ধৰ্ম্মৰ স্ৰোতে পৰ্ব্বত ভৈয়াম সকলোকে একে কৰি এটা ডাঙৰ অসমীয়া জাতি সংগঠনৰ ভূমিকা লৈছিল। যদি তেনে সময়তে এই শ্ৰীমন্ত শঙ্কৰদেৱে সকলোকে সাৰতি গণতন্ত্ৰ ভেটিত এটা বিৰাট জাতি গঠনৰ ভূমিকা নললেহেতেন তেতিয়া বিকৃততাৰ গৰাহত পৰি ধৰ্ম্ম ভাষা, কোনো কালৰ পৰা অসমীয়া জাতি আজি নাম কৰলৈ নেথাকিলহেঁতেন।

**শঙ্কৰী সাহিত্য আৰু জাতীয় জীৱন ঃ** আমি দেখো যে, বৈষ্ণৱ ধৰ্ম্মৰ লগত সাহিত্য কলাৰ এক নিবিড় সম্বন্ধ আছে। নীৰস আৰু দুৰ্ব্বোধ্য ব্ৰহ্ম অনুভূতিক সৰল আৰু উজু কৰিবলৈ বৈষ্ণৱ আন্দোলনে সাহিত্য কলাৰ আশ্ৰয় লৈ আহিছে। বৈষ্ণৱ ধৰ্ম্মই ধৰ্ম্মৰ উচ্ছ্বাস বিলাক মুক্তিমন্ত কৰি যুগে যুগে মানুহক ভক্তিৰ পাত্ৰ কৰি তুলিবলৈ সাহিত্যৰ সাজ পিন্ধাই শিল্পী নিপুণতাৰে সুন্দৰৰ প্ৰতিচ্ছবি সমাজৰ মাজত আঁকি থৈ গৈছে। শঙ্কৰদেৱৰ প্ৰশান্ত আত্মিক জ্ঞানৰ প্ৰতিভাৰে সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ'ৰ বিভিন্ন অৱতাৰ, বিভিন্ন লীলা, বিভিন্ন ক্ৰিয়া কাণ্ডৰ গৰাকী বিষ্ণুকে প্ৰতীক বুলি লৈ ভক্তিবাদ ৰচনা কৰিছে। তেওঁৰ সেই একে উদ্দেশ্য ধৰ্ম্মী এটি সু প্ৰতিষ্ঠিত বৈষ্ণৱ সাহিত্যয়ো তেওঁক অনুশৰণ কৰি বৈষ্ণৱ আন্দোলন সুদৃঢ় কৰি পেলালে। তেওঁৰ কাপৰ পৰাই কীৰ্ত্তন, দশম, বৰগীত অঙ্কিয়া নাটক, কাব্য ভাগৱতৰ পদ ভাওনি আদি ওলাই আৰু এই বিলাকে বৰ্ত্তমান সমাজতো কেনে প্ৰতিপত্তি লাভ কৰিছে সি সকলোৰে সু পৰিচিত। এই সকলো বিলাকে শতাব্দী ধৰি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰত বহল ভূমিকা গ্ৰহণ কৰি আহিছে। কীৰ্ত্তনকে ধৰি সকলোতে দেখা যায় যে, তেওঁৱাই ভাগৱত পুৰাণ আদিৰ সাৰ মৰ্ম্ম থাপি মানৱ জীৱনৰ সকলো অৱস্থাতে থাপ খোৱা আদৰ্শ লৈ বিভিন্ন অধ্যায়ৰ যোগেদি আধ্যাত্মিকবাদ, কৰ্ম্মবাদ ভক্তিবাদ আৰু সনাতন ধৰ্ম্মৰ মূল তত্ত্ব বিলাক প্ৰকাশ কৰি এক সাৰ্ব্বজনীন ধৰ্ম্ম বাদ সৃষ্টি কৰিলে। সাহিত্য কলাৰ অপূৰ্ব্বভাৱে নব ৰসৰ সমাবেশ ঘটাই নৱবিধ ভক্তিৰ মাধ্যমেৰে ভগৱান কৃষ্ণৰ মহিমা ঘোষণা কৰি তাক অমৃতময় কৰিলে। যশোদাই পুত্ৰ মুখত 'সমস্ত জগত' দেখাৰ দৰে চাব জানোতাৰ কাৰণে এই সাহিত্য শৈলীত

তেওঁৰ স্বকীয় 'সনাতন ধৰ্ম্মৰ' উৎস আৰু ধৰ্ম্ম অৰ্থ কাম মোক্ষ এই চাৰি পুৰোষাৰ্থৰ নিঝৰা হৈ আছে। ভক্তিৰে ভগৱন্তক লাভ কৰাৰ সফলতা জন সমাজৰ মাজত প্ৰচাৰ কৰা অৰ্থেই আৰু মনোৰঞ্জন কৰি চিত্তাকৰ্ষক কৰি তুলিবলৈ ভাওনাৰ সৃষ্টি কৰিলে। ভক্তি মূলক কীৰ্ত্তন, বন্দনা আদি গীতৰ শব্দ তৰঙ্গই ভকতৰ মন প্ৰাণ একমুখী কৰাৰ অভিপ্ৰায়ে বৰগীত সৃষ্টি কৰিলে। ভক্তিবাদৰ প্ৰচাৰত গভীৰ আন্তৰিকতা আৰু কৰ্ম্ম চেতনা আনিবৰ বাবে খোল, মৃদং শৰাই, তাল আদি, শিল্পানুষ্ঠানৰ গঢ় দি শিল্পত কলাৰ বোল লগালে। এই সকলো বিষয়ত শঙ্কৰদেৱৰ প্ৰিয়শিষ্য মাধৱদেৱৰ বৰঙনী অতুলনীয় আৰু বিস্ময়কৰ। যায় হওক এই বিভিন্ন কালৰ পৰা তেওঁ সকলে যি অৱদান দিলে এই সকলোতে সুন্দৰৰ আৰাধানাৰ সহজ পথৰ সন্ধান দিলে আৰু এই অফুৰন্ত ধৰ্ম্মোচ্ছাসৰ যি বিকশিত অৱস্থা সিয়েই তেওঁ সকলৰ স্বকীয় কলাৰ বোলত অসমীয়া 'সংস্কৃতিৰ' ভেটি আৰু ঐতিহ্য। গতিকে এই বৈষ্ণৱ ধৰ্ম্মকে কেন্দ্ৰ কৰি আজিও অসমীয়া সমাজৰ ৰীতি-নীতি, জ্ঞান-বিজ্ঞান, সাহিত্য-কলা, কৃষ্টি সংস্কৃতি আচৰণ অনুকৰণ এই সকলোবোৰ নিৰ্ভৰ কৰিছে। গতিকে অসমীয়াৰ সভ্যতা, সাহিত্য-জাগৰণ, জাতিটোৰ ধৈৰ্য্য চেতনা নৈতিক চেতনা, সংস্কৃতি বিকাশ, এই সকলো ফালৰে পথ প্ৰদৰ্শক শ্ৰীমন্ত শঙ্কৰদেৱ। গতিকে ধৰ্ম্ম, অৰ্থ, মোক্ষ কাম এৰি চাৰি পুৰুষাৰ্থৰ এই আধ্যাত্মিক জ্ঞান সন্ধান দাতা শ্ৰীমন্ত শঙ্কৰদেৱক এজন সাহিত্যিক বুলি, কবি-শিল্পী বুলি, ধৰ্ম্ম প্ৰচাৰক বুলি ক্ষান্ত থাকিলে আমাৰ ভুল হব। মহাপুৰুষ মাধৱদেৱৰ ভাষাৰে আমি সমস্বৰে গাব লাগিব, উপলব্ধি কৰিব লাগিব। গতিকে তেওঁৰ প্ৰদৰ্শিত পথৰ সম্পূৰ্ণ অনুগামী হোৱাৰ সংকল্পত সমস্বৰে অন্তৰেৰে গাওঁ—

শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ
জানা যেন কল্পতৰু।
তাহান্ত বিনাই নাই নাই আন
আমাৰ পৰম গুৰু॥

সামৰণিত অম্বিকা গিৰি ৰায় চৌধুৰীৰ একেষাৰ কথাৰ উদ্ধৃতি দিলো। সি হ'ল— "ঐতিহ্য বিস্মৃত অসমীয়া জাতি পুনৰ সংগঠিত হৈ উঠিবলৈ হলে শঙ্কৰৰ একমাত্ৰ নিৰ্দ্দেশিত পথেৰে বাহু ডাঠি বুকু ফুলাই আগ বাঢ়িব লাগিব"।

—জয়তু শঙ্কৰ—

*স্মৃতি যাৰ মৰহি নেযায়*

# অমৰ লাল বাহাদুৰ

শ্ৰীপ্ৰবীণ কুমাৰ ভৰালী

"ৰণাঙ্গনত আমি যি দৰে সাহসিকতাৰে যুজিছিলো শান্তিৰ বাবে আমি তেনেকৈ সাহসেৰে যুজিব লাগিব।" এইয়া আছিল নেহৰুৰ উত্তৰাধিকাৰী, ভাৰতৰ দ্বিতীয় প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰ জীৱনৰ শেষ বাণী। ঐতিহাসিক টাছখণ্ড চুক্তি সম্পন্ন কৰি লাল বাহাদুৰ শাস্ত্ৰীয়ে তেওঁৰ প্ৰিয় শিষ্য ভাৰতৰ প্ৰতিৰক্ষা মন্ত্ৰী ৱাই, বি, চৱনক ১০ জানুৱাৰী দিনা ৰাতি ৯-৩০ বজাত অতি প্ৰফুল্ল মনেৰে এইদৰে কয়। ১০ জানুৱাৰী আবেলি টাছখণ্ডত চুবুৰীয়া ৰাষ্ট্ৰ পাকিস্থানৰ লগত সমস্যা সমাধানৰ বাবে শক্তি প্ৰয়োগ পৰিহাৰ কৰা ঘোষণা পত্ৰত স্বাক্ষৰ কৰিছিল ভাৰতৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰী আৰু পাকিস্থানৰ প্ৰেচিডেণ্ট জেনেৰেল আয়ুব খানে। এই বাতৰিয়ে সমগ্ৰ বিশ্বক আনন্দ মুখৰ কৰি তুলিছিল। ভাৰতৰ প্ৰতিজন নাগৰিক আনন্দত আত্মহাৰা হৈ উঠিছিল। ১১ জানুৱাৰী মঙ্গলবাৰে ৰাতিপুৱাৰ লগে লগে অতি নাটকীয়তাকো চেৰ পেলাই আগনিশাৰ আনন্দৰ অৱিহণা যোগোৱা এজনৰ আকস্মিক পৰলোকৰ বাতৰি পৃথিৱী বিয়পি পৰিল। "নিশা ১ বাজি ২ মিনিটত ভাৰতৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ মৃত্যু হয়।" ৰাতি নৌপুৱাতে শ্ৰীমতী ললিতা শাস্ত্ৰীয়ে আগদিনা গধূলি টেলিফোনত কথা পতা স্বামীৰ কণ্ঠস্বৰৰ পৰিবৰ্ত্তে পালে মৰ্ম্মন্তুদ বাতৰি— "লাল বাহাদুৰ আৰু নাই।" ললিতা শাস্ত্ৰীয়ে স্বামীৰ মৃত্যুৰ বাতৰি বিশ্বাস কৰিবলৈ টান পালে। ৮৫ বছৰীয়া বৃদ্ধা মাক ৰাম দুলাৰী দেৱীয়ে কৈ উঠিল "মোৰ লৰা কেনেকৈ মৰিব? সি মৰা নাই।" কেৱল ললিতা শাস্ত্ৰী আৰু ৰাম দুলাৰী দেৱীয়েই নহয় ভাৰতৰ প্ৰতিজন নাগৰিকেই বিশ্বাস কৰিব পৰা নাছিল। যি জন ব্যক্তিৰ কাৰ্য্যই আগদিনা গধূলি সমগ্ৰ বিশ্বত আনন্দৰ শিহৰণ সৃষ্টি কৰিছিল— সেই একেজন ব্যক্তিৰ দুঘণ্টাৰ পিচতে পৰলোক ঘটি সমগ্ৰ বিশ্ববাসীক যে শোকত ম্ৰিয়মান কৰি তুলিব তাক কোনেও ভবা নাছিল – কোনেও কল্পনা কৰা নাছিল। এইয়া নিয়তীৰ আহ্বান। নিয়তীৰ আহ্বান গ্ৰহণ কৰি লাল বাহাদুৰ শাস্ত্ৰী আমাৰ মাজৰ পৰা আতৰি গ'ল। লাল বাহাদুৰ শাস্ত্ৰীৰ মৃত্যুৱে ৰাষ্ট্ৰলৈ আনিলে এক অভাৱনীয় ক্ষতি আৰু জনসাধাৰণক দিলে এক অপৰিমেয় "ট্ৰেজেডী"।

এনেজন মহান নেতা, বিশ্ব শান্তিৰ অন্যতম হোতা, ভাৰতীয় জনতাৰ অতি আদৰৰ আৰু মৰমৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰ জন্ম হয়— ১৯০৪ চনৰ ২ অক্টোবৰত উত্তৰ প্ৰদেশৰ বাৰাণসী জিলাত। দেউতাক সাৰদা প্ৰসাদ আছিল এজন শিক্ষক। শিক্ষা লাভ কৰি থকা অৱস্থাতে সোতৰ বছৰ বয়সত শাস্ত্ৰীয়ে গান্ধীজীৰ আহ্বানত অসহযোগ আন্দোলনত যোগদান কৰে আৰু গ্ৰেপ্তাৰ হয়। কাৰাগাৰৰ পৰা ওলাই আহি লাল বাহাদুৰে কাশী বিশ্ব বিদ্যালয়ৰ পৰা শাস্ত্ৰী উপাধি লাভ কৰে। ২৩ বছৰ বয়সত শাস্ত্ৰীয়ে ললিতা দেবীক বিয়া কৰায়। ১৯২৬ চনত লাল বাহাদুৰে এলাহাবাদলৈ নিজৰ কৰ্ম্মক্ষেত্ৰ তুলি নিয়ে। ১৯২১ চনৰ পৰা ১৯৪২ চনলৈকে স্বাধীনতাৰ কাৰণে কংগ্ৰেছে কৰা আন্দোলনত শাস্ত্ৰীয়ে প্ৰায় ৯ বছৰ কাল কাৰাবাস খাটে।

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰে। লাল বাহাদুৰ শাস্ত্ৰীয়ে উত্তৰ প্ৰদেশৰ মন্ত্ৰী সভাত গৃহ মন্ত্ৰীৰ পদ গ্ৰহণ কৰে। ১৯৫২ চনত ভাৰতত প্ৰথম সাধাৰণ নিৰ্ব্বাচন হয়। এই নিৰ্ব্বাচনত কংগ্ৰেছৰ বিৰাট জয়লাভত শাস্ত্ৰীৰ পৰিচালনা শক্তিয়ে যথেষ্ট বৰঙণি যোগাইছিল। সেই বছৰতে শাস্ত্ৰী ভাৰতৰ ৰেল মন্ত্ৰী হিচাবে নিযুক্ত হয়। ১৯৫৬ চনত ৰেল দুৰ্ঘটনা সংক্ৰান্তত তেওঁ পদত্যাগ কৰে। ১৯৫৭ চনত তেওঁ পুনৰ বাণিজ্য মন্ত্ৰী নিযুক্ত হয়। ১৯৬১ চনত গোবিন্দ বল্লভ পন্তৰ মৃত্যু হোৱাত শাস্ত্ৰী গৃহমন্ত্ৰী নিযুক্ত হয়। ১৯৬৩ চনৰ আগষ্ট মাহত কামৰাজ আঁচনি অনুসৰি তেওঁ পদত্যাগ কৰে। ১৯৬৪ চনৰ ২৪ জানুৱাৰীত নেহৰুৱে শাস্ত্ৰীক পুনৰ দপ্তৰবিহীন মন্ত্ৰী নিযুক্ত কৰে। ইয়াৰ পিচতে আহে ১৯৬৪ চনৰ ২৭ মে' দিনটো—যিদিনা ভাৰতৰ ৰাজনীতি মঞ্চত ৫০ বছৰ ধৰি থকা সুদক্ষ নায়ক, ভাৰতৰ অগণন জনতাৰ অতি আদৰৰ নেতা, নতুন ভাৰতৰ গঢ় দিওঁতা, গোটেই মানৱ সমাজৰ কল্যাণকামী, বিশ্ব শান্তিৰ দূত বাপুজীৰ উত্তৰাধিকাৰী, স্বাধীন ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী জৱহৰলাল নেহৰুৰ মৃত্যু হয়। নেহৰুৰ মৃত্যুৰ পিচত ভাৰতবৰ্ষ তথা সমগ্ৰ বিশ্বত এটা প্ৰশ্ন সকলোৰে মাজত উঠিছিল— সেইটোৱেই হল নেহৰুৰ পিছত কোন? এই ধ্বনী পৃথিবীত মুখৰিত হৈ থকা বেলিকাও কোনেও ভৱা নাছিল যে ভাগ্যই এই প্ৰশ্নৰ মিমাংসা ইতিমধ্যে কৰি থৈছে। কোনেও ভৱা নাছিল যে ভাৰতৰ কোনোবা এখন গাৱৰ এজন দৰিদ্ৰ শিক্ষকৰ সন্তান চুটি-চাপৰ এজন মানুহ— যি একালত আৰ্থিক অনাটনৰ বাবে সাতুৰী নদী পাৰ হৈ শিক্ষা লাভ কৰিবলগীয়া হৈছিল। এই মহান দায়িত্ব লবলৈ নিৰূপিত হৈ আছে। নেহৰুৰ শূন্য স্থান নিঃশব্দে গ্ৰহণ কৰিলে লাল বাহাদুৰ শাস্ত্ৰীয়ে। ১৯৬৪ চনৰ ৯ জুনত লাল বাহাদুৰ শাস্ত্ৰীয়ে প্ৰধান মন্ত্ৰী হিচাবে শপত গ্ৰহণ কৰিলে। আৰু তাৰ পিচতে শাস্ত্ৰীয়ে দেশবাসীলৈ দিয়া অনাতাঁৰ ভাষণত কলে যে— "নেহৰুজী আজি আমাৰ মাজত নাই কিন্তু তেখেতৰ চিৰউদ্দীপনাময় বাণী সমূহ আমাৰ মাজত আছে—ইয়েই আমাৰ যাত্ৰাপথত সহায় কৰিব" আৰু দেশবাসীৰ ওচৰত তেওঁ প্ৰতিশ্ৰুতি দিছিল যে— তেওঁ বিনয়

নম্ৰতাৰে ৰাষ্ট্ৰৰ সেৱা কৰিব। সচাকৈয়ে তেওঁ সেই প্ৰতিশ্ৰুতি পালন কৰিলে। প্ৰধান মন্ত্ৰী হোৱাৰ পিচত শাস্ত্ৰীৰ ৮৫ বছৰীয়া বৃদ্ধা মাক ৰাম দুলাড়ী দেৱীয়ে পুতেকক আশীৰ্ব্বাদ দিছিল যে "জনসাধাৰণৰ উন্নতিৰ কাৰণে তুমি কাম কৰি যাবা। যদি জনসাধাৰণৰ কাৰণে কাম কৰোতে নিজৰ প্ৰাণো বিসৰ্জ্জন দিব লগা হয় তাতো তুমি কুণ্ঠাবোধ নকৰিবা।' সচাকৈয়ে মাকৰ আশীৰ্ব্বাদ শিৰত লৈ শাস্ত্ৰীয়ে জনসাধাৰণৰ কাৰণে কাম কৰি গ'ল। জীৱনৰ একেবাৰে শেষ মুহূৰ্ত্তত ভাৰত পাকিস্থান দুখন দেশৰ ৬০ কোটী জনসাধাৰণৰ মাজত একতাৰ ভাৰ গঢ়ি তুলি শাস্ত্ৰীয়ে নিজে প্ৰাণ বিসৰ্জ্জন দিলে। এনে উদাহৰণ পৃথিৱীৰ ইতিহাসত দ্বিতীয়বাৰ পোৱা নহব।

প্ৰধান মন্ত্ৰী হৈ লাল বাহাদুৰ শাস্ত্ৰীয়ে নিজৰ চিৰন্তন নম্ৰতাৰে নতুন যাত্ৰা আৰম্ভ কৰিলে— সমগ্ৰ দেশবাসীৰ শুভেচ্ছা লৈ। সোণ-ৰূপৰ চকৰে নেতৃত্ব নগঢ়ে— নেতৃত্বৰ সৃষ্টি নকৰে। নেতৃত্বৰ সৃষ্টি কৰে যুগৰ আহ্বানে। যি জন সময়ৰ আহ্বানৰ সন্মুখত ঠিয় দি নিজৰ কাৰ্য্য সুচাৰুৰূপে সম্পাদন কৰিব পাৰে সেইজনে দেশৰো নেতৃত্ব দিব পাৰে। শাস্ত্ৰীয়েও সময়ৰ আহ্বানৰ সন্মুখত ঠিয় দি অতি কম সময়ৰ ভিতৰতে অপূৰ্ব্ব সফলতাৰে পৃথিৱীৰ বৃহত্তম গণতান্ত্ৰিক দেশ ভাৰতৰ নেতৃত্ব বহন কৰিলে।

শাস্ত্ৰী প্ৰধান মন্ত্ৰী হোৱাৰ পিচত এটা প্ৰশ্ন দেশে বিদেশে প্ৰতি ধ্বনিত হৈছিল— সেইটোৱেই হল নেহৰুৰ ভাৰতক নেতৃত্ব দিয়াৰ ক্ষমতা শাস্ত্ৰীৰ আছেনে? মাত্ৰ ৫৮১ দিন প্ৰধান মন্ত্ৰীৰ গাদীত বহি শাস্ত্ৰীয়ে উত্তৰ দি গ'ল কথাৰে নহয়— কামেৰে। শাস্ত্ৰী প্ৰধান মন্ত্ৰী হোৱাত ভাৰতৰ ৰাজনীতি আকাশত যি সকলে অধৈৰ্য্যৰ ধুমুহা বব বুলি ভাবিছিল তেওঁলোক অবাক হল! এগৰাকী শীৰ্ষ স্থানীয় নেতাই মন্তব্য কৰিছিল যে— "শাস্ত্ৰীৰ নেতৃত্বই কোনো প্ৰেৰণাৰ সৃষ্টি কৰিব নোৱাৰে।" কিন্তু সকলোকে আচৰিত কৰি শাস্ত্ৰীয়ে যুদ্ধ আৰু শান্তি উভয় ক্ষেত্ৰতে অপ্ৰতিদ্বন্দ্বী নেতা হিচাবে নিজে জন-সাধাৰণৰ মাজত ঠিয় দিলে। এনে উজ্জল দৃষ্টান্ত পৃথিৱীৰ ইতিহাসত বিৰল। শাস্ত্ৰীৰ প্ৰেৰণাৰ উৎস আছিল ভাৰতৰ ৪৭ কোটী জনতা— যিটো আছিল মহাত্মা গান্ধীৰ, নেহৰুৰ, ৰুচীয়াৰ লেনিনৰ, আমেৰিকাৰ আব্ৰাহাম লিঙ্কন আৰু জন ফিংজেৰাল্ড কেনেডীৰ। তিনিবছৰ মাত্ৰ আমেৰিকাৰ হোৱাইট হাউছত বহি আমেৰিকা যুক্তৰাজ্য পৰিচালিত কৰি ৩৫তম প্ৰেচিডেণ্ট জন ফিংজেৰাল্ড কেনেডীয়ে যি দৰে বিশ্বৰ সভ্য মানৱ সমাজৰ বিবেকত প্ৰতিধ্বনী তুলিছিল সেইদৰে মাত্ৰ ৫৮১ টা দিন দিল্লীৰ ১০ নং জনপথত থকা প্ৰধান মন্ত্ৰীৰ বাস ভৱনত বহি পৃথিৱীৰ বৃহত্তম গণতান্ত্ৰিক দেশ ভাৰতৰ নেতৃত্ব বহন কৰি লাল বাহাদুৰ শাস্ত্ৰীয়ে নিজকে বিশ্ববাসীৰ ওচৰত শান্তিৰ অন্যতম দূত বুলি চিনাকি দিবলৈ সক্ষম হৈছিল। বিশ্ববাসীৰ ওচৰত তেওঁ এজন শান্তিৰ দূত বুলি জনাৰ মূলতে হল— নিৰ্ভিক, মঙ্গলকামী, আদৰ্শবাদী, গতিশীল নেতৃত্ব দিয়াত সফল হোৱা বাবেই শাস্ত্ৰীয়ে সকলোৰে অন্তৰ পৰশিব পাৰিছিল।

ভাৰতক সফলভাৱে নেতৃত্ব দিব পাৰিব

সেইজনেই যি জনে নিজকে জনতাৰ সুখ-দুখিত্ৰ, হাঁহি-কান্দোন, ৰুচি-অভিৰুচিৰ লগত সমভাগী কৰি তুলিব পাৰিব।' শাস্ত্ৰীৰ এইখিনি গুণ আছিল কাৰণেই তেওঁ আছিল জননেতা। তেওঁৰ স্মৃতি চিৰ উজ্জল আৰু চিৰস্মৰণীয়। আজি প্ৰধান মন্ত্ৰী হিচাবে ভাৰতে তেনে এজন ব্যক্তিকে বিচাৰে— যি জনৰ কথা আৰু কামে, চিন্তাধাৰা আৰু আচনিয়ে জনতাৰ অন্তৰ স্পৰ্শ কৰে—তেওঁলোকক মাৰ বান্ধি ঠিয় হবলৈ, আৱশ্যক হলে দেশৰ কাৰণে একেমুঠে মৃত্যু বৰণ কৰিবলৈ প্ৰেৰণা যোগাব পাৰে।

কেনেডীয়ে এষাৰ কথা কৈছিল— "A man does what he must, inspite of personal consequences, inspite of obstacles and dangers and pressure and that is the basis of all human morality." শাস্ত্ৰীয়েও এইষাৰ কথা নিজ জীৱনৰ প্ৰতি মুহূৰ্ত্তত উপলব্ধি কৰিছিল; সেয়েহে তেওঁ ব্যক্তি স্বাৰ্থ ত্যাগ কৰি দেশৰ স্বাৰ্থ পুৰণৰ কাৰণে নিজকে নিয়োগ কৰি নিজ কাৰ্য্য সম্পাদন কৰিছিল। প্ৰতিটো কৰ্ম্মক্ষেত্ৰতে শাস্ত্ৰীয়ে নিজৰ দক্ষতাৰ সম্যক চিনাকি দিছিল। নিজৰ কৰ্ম্মদক্ষতাই তেওঁক অনুক্ৰমে আনি উৰ্দ্ধতন আসনত বহুৱালে। নিম্নতম পৰ্য্যায়ৰ পৰা অভিজ্ঞতা সঞ্চয় কৰাৰ বাবেই তেওঁৰ প্ৰশাসনীয় দক্ষতা, দূৰদৃষ্টি, সুস্থিৰ চিন্তা, ৰাজনৈতিক বিচক্ষণতা সকলো সময়তে বাস্তৱ হৈ উঠা দেখা গ'ল। সৰলতাই যাৰ আদৰ্শ তেওঁ ক্ষমতাৰ মোহত কোনো দিন পঙ্গু হোৱা নাছিল। সেইদেখি উত্তৰ প্ৰদেশৰ ৰাজনৈতিক জীৱনত জড়িত থাকোতেই হওক বা কেন্দ্ৰৰ ৰাজনৈতিক জীৱনত জড়িত থাকোতেই হওক লাল বাহাদুৰে অকাতৰে ক্ষমতা সমৰ্পণ কৰি নতুন আহ্বান গ্ৰহণ কৰিছিল। ভাৰতৰ সংসদী ৰাজনীতিৰ ক্ষেত্ৰত লাল বাহাদুৰেই পোন প্ৰথমে নতুন আদৰ্শ ডাঙি ধৰিছিল। ৰেলৰে মন্ত্ৰী হিচাবে থাকোতে শোচনীয় ৰেল দুৰ্ঘটনাৰ বাবে দায়িত্ব নিজৰ গাত চপাই লৈ তেওঁ পদত্যাগ কৰিছিল। শাস্ত্ৰীৰ পদত্যাগ সম্পৰ্কত নেহৰুৱে সদনত কয় যে— "শাস্ত্ৰীৰ পদত্যাগ তেখেতে এই বুলিহে গ্ৰহণ কৰিছে যে—ই সাংবিধানিক অধিকাৰ সম্পৰ্কে এটা উদাহৰণ ডাঙি ধৰিব, ৰেল দুৰ্ঘটনাৰ কাৰণে লাল বাহাদুৰ যে কোনো বিষয়ত দায়ী সেই বুলি নহয়। কামৰাজ আচনি মতেও তেওঁ বিনা দ্বিধাৰে মন্ত্ৰীত্ব ত্যাগ কৰিছিল।

১৯৬৪ চনৰ ২৪ জানুৱাৰীত নেহৰুৱে যেতিয়া তেওঁৰ মন্ত্ৰী সভাত শাস্ত্ৰীক দপ্তৰবিহীন মন্ত্ৰী হিচাবে নিয়োগ কৰে তেতিয়া শাস্ত্ৰীয়ে তেওঁ কি কাম কৰিব লাগিব সেই বিষয়ে নেহৰুক সুধিছিল। নেহৰুৱে ভৱিষ্যৎ বাণী কৰাৰ দৰে কৈছিল— "আপুনি মোৰ কাম কৰক।" সচাকৈয়ে পাচ মাহৰ পিচতে নেহৰুৰ মৃত্যুৰ পিচত শাস্ত্ৰীয়ে প্ৰধান মন্ত্ৰীৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিব লগা হয় আৰু মৃত্যুৰ সময়লৈকে তেওঁ নেহৰুৰ সেই নিৰ্দ্দেশ কথাই কামে পালন কৰিছিল।

ভাৰতৰ দল নিৰপেক্ষ নীতিৰ অগ্নি পৰীক্ষাতো লাল বাহাদুৰে নতুন দৃঢ়তা প্ৰকাশ কৰিলে। ভিয়েটনাম সম্পৰ্কত মন্তব্য কৰাৰ বাবে মৰ্কিন যুক্তৰাজ্যই দেখুৱা আচৰণৰ যোগ্য প্ৰত্যুত্তৰ দি

লাল বাহাদুৰে ভাৰতৰ জনতাৰ পৰা নতুন মৰম আদায় কৰি ল'লে।

কোনো এখন দেশৰ মন্ত্ৰী বা নেতা হোৱাতো সাধাৰণ কথা—ডাঙৰ কথা হল—দেশৰ জনসাধাৰণৰ শ্ৰদ্ধা আৰু আস্থা লাভ কৰা। দেশৰ জনসাধাৰণৰ শ্ৰদ্ধা আৰু আস্থা লাভ নকৰাকৈ দেশৰ মন্ত্ৰী বা নেতা হোৱাতকৈ নোহোৱাই বহুত গুণে শ্ৰেয়। ভাৰতৰ প্ৰগতিৰ নিপুণ খনিকৰ নেহৰুৱে ভাৰতৰ জনতাৰ পৰা প্ৰচুৰ শ্ৰদ্ধা আৰু আস্থা লাভ কৰিবলৈ সমৰ্থ হৈছিল। সেয়েহে নেহৰু ভাৰতীয় জনতাৰ মাজত আছিল অবিস্মৰণীয় নেতা। নেহৰুৰ পিচতেই শাস্ত্ৰীয়ে জনতাৰ শ্ৰদ্ধা আৰু আস্থা লাভ কৰিছিল। সেয়েহে ভাৰতীয় জনতাই তেওঁক দেখিলে উত্তাৰল হৈছিল—ৰ'দ-বৰষুণ গনিতা নকৰি তেওঁৰ দৰ্শন পাবলৈ দৌৰ মাৰিছিল। এখন গণতান্ত্ৰিক দেশত প্ৰতিজন মন্ত্ৰী, নেতা, ৰাজনৈতিক ব্যক্তিৰ চকুত সামগ্ৰিক ভাৱে দেশখনৰ ছবি স্পষ্ট হ'ব লাগিব। কেৱল সংসদ আৰু বিধান সভাৰ মজিয়াত বিবৃতি দি, শীত-তাপ নিয়ন্ত্ৰিত গাড়ীত উঠি ফুৰিলেই নহ'ব—দেশৰ খেল-পথাৰৰ পৰা আৰম্ভ কৰি সাহিত্য, সংস্কৃতি, বিজ্ঞান, কথাছবিলৈকে দেশৰ কোনে কি বৰঙণি যোগাইছে সেই সকলো বিলাক কথা প্ৰতিজন ৰাজনৈতিক ব্যক্তিয়ে জানিব লাগিব। যদি নেজানে—তেনে ব্যক্তিৰ দেশ শাসন কৰাৰ যোগ্যতা নাই। আমাৰ দেশত খেল-পথাৰৰ পৰা আৰম্ভ কৰি সাহিত্য, সংস্কৃতি বিজ্ঞান, কথাছবিলৈকে এজন ৰাজনৈতিক পুৰুষৰ চকুতহে দেশৰ সামগ্ৰিক ছবি এখন চিৰ উদ্ভাষিত হৈ আছিল—সেই জনেই হৈছে ভাৰতীয় জনতাৰ আদৰৰ নেতা, মৰমৰ প্ৰধান মন্ত্ৰী জৱহৰলাল নেহৰু। নেহৰুৰ পিচতেই আছিল লাল বাহাদুৰ শাস্ত্ৰী। শাস্ত্ৰী কেৱল প্ৰধান মন্ত্ৰীয়েই নাছিল, কোনো দৰিদ্ৰ শিক্ষকৰ সন্তানেই নাছিল আৰু নাছিল ৰঙা বেলিটোৰ দৰে প্ৰকাণ্ড ফোট লৈ কপাল শুৱনী কৰি থকা কোনোবা ললিতাৰ স্বামী—শাস্ত্ৰী আছিল—প্ৰতিজন দৰিদ্ৰ ভাৰতীয়ৰ ভ্ৰাতৃ আৰু সকলোৰে পিতৃ।

শাস্ত্ৰীৰ নেতৃত্বৰ চৰম পৰীক্ষা হল ৬৫ চনৰ চেপ্তেম্বৰ মাহত। পাকিস্থানে কাশ্মীৰৰ ওপৰত আক্ৰমণ চলাই অঘোষিত যুদ্ধ আৰম্ভ কৰি দিয়াত স্বাধীন ভাৰতৰ বুৰঞ্জীত পোন প্ৰথমবাৰৰ বাবে লাল বাহাদুৰে নতুন দৃঢ়তা প্ৰকাশ কৰিলে। পাকিস্থানৰ অভিযানৰ সন্মুখত লাল বাহাদুৰ হিমালয় দৃঢ়তা লৈ ঠিয় হ'ল। চীনৰ ভাবুকীয়ে লাল বাহাদুৰৰ অজেয় মনক কোচ খুৱাব নোৱাৰিলে। শাস্ত্ৰীৰ দৃঢ়তাই ভাৰতক অনুপ্ৰাণিত কৰি তুলিলে। লাল বাহাদুৰৰ নেতৃত্বই ভাৰতবাসীক এক জাতি, এক প্ৰাণ কৰি তুলিলে। ভাৰত পাকিস্থানৰ যুদ্ধৰ লগতে ভাৰতৰ অৰ্থনৈতিক আৰু খাদ্য সংকটৰ সন্মুখতো লাল বাহাদুৰে গুৰি ব'ঠা ধৰি পোহৰৰ পথলৈ দেশক আগুৱাই নিলে। তাৰ পিচত টাচখণ্ডৰ শেষ যাত্ৰা।

১৯৬৬ চনৰ ৩ জানুৱাৰীৰ পুৱা প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীক টাচখণ্ডলৈ বুলি কঢ়িয়াই নিয়া এয়াৰ ইণ্ডিয়াৰ বিমান "মাকাউৰে" যাত্ৰা আৰম্ভ কৰাৰ আগতে দিল্লীৰ পালাম বিমান কোঠত শাস্ত্ৰীয়ে কয় যে—"আমাৰ সমস্যাৱলী বৰ জটিল। সেইবোৰৰ প্ৰতি আমাৰ আন্তৰিক মনোযোগৰ প্ৰয়োজন হৈছে। আমি ভালৰ

কাৰণেই আশা কৰোহক। সমগ্র দেশবাসীৰ শুভেচ্ছা লৈ মই টাচখণ্ডলৈ বিবোধ মিমাংসাৰ বাবে ওলাইছো আৰু সেয়াই মোৰ বাবে সাহস।" বিমানত উঠাৰ আগে আগে শাস্ত্রীয়ে তেওঁৰ মাক বাম ছুলাড়ী দেবীৰ ভৰি চুই প্ৰণাম কৰি মাকৰ পৰা আশীৰ্ব্বাদ লৈছিল। বিমান কোঠত উপস্থিত থকা সকলোৰে কাৰণে এইয়া সঁচাকৈয়ে এক অন্তুৰ পৰশা দৃশ্য আছিল। কোনে জানিছিল শাস্ত্রীৰ মাকৰ ওচৰত এয়াই শেষ বিদায় বুলি? টাচখণ্ডলৈ যোৱাৰ লগে লগে দেশ-বিদেশত সকলোৱে মন্তব্য কৰিলে যে—শাস্ত্রীৰ জীৱনত এইয়া এক জটিল মিছন—যি মিছনে ভাৰত পাকিস্থানৰ মাজত ওঠৰ বছৰ ধৰি চলা বিবাদৰ ওৰ পেলাই ভৱিষ্যতে পাকিস্থানৰ লৈতে ভাৰতে শান্তি আৰু বন্ধুত্বেৰে বাস কৰিব পাৰিবনে নোৱাৰে সেই কথা নিৰ্দ্ধাৰণ কৰিব।

৩ জানুৱাৰী আবেলি উজবেকিস্থানৰ ৰাজধানী, এচিয়াৰ ছুৱাবদলি শিল নগৰী টাচখণ্ডৰ নির্ম্মল নীলাভ আকাশত যেতিয়া দিনমনিয়ে উজ্জ্বল কিৰণৰ পোহৰ মেলিছিল—তেতিয়া শুভ্ৰ ধুতি আৰু শ্বেৰৱানি পৰিহিত লাল বাহাদুৰ শাস্ত্রী এয়াৰ ইণ্ডিয়াৰ বিমানৰ পৰা ওলাই আহি চোভিয়েট ভূমিত পদাপৰ্ণ কৰাৰ লগে লগে হেজাৰ হেজাৰ টাচখণ্ডবাসীয়ে শাস্ত্রীক বিপুল সম্বৰ্দ্ধনা জনাই। চোভিয়েট প্ৰধান মন্ত্রী এলেক্সী কোচিগিনে কেইবামিনিটো জুৰি শাস্ত্রীক পৰম আগ্ৰহেৰে কৰমৰ্দ্দন কৰি কয় যে—"আপোনাক সম্ভাষণ জনাবলৈ পাই মই বৰ আনন্দিত হৈছো।"

টাচখণ্ড আলোচনাৰ আৰম্ভণীতে শাস্ত্রীয়ে পাকিস্থানৰ প্ৰেচিডেণ্ট আয়ুব খানক যুটীয়া ভাৱে যুদ্ধ বৰ্জ্জন কৰিবলৈ আহ্বান জনাই কয় যে "আমি পৰস্পৰে যুদ্ধ কৰাৰ পৰিবৰ্ত্তে আমি দৰিদ্ৰতা, ৰোগ আৰু অজ্ঞানতাৰ বিৰুদ্ধে সংগ্ৰাম কৰোহঁক আহক, দুয়ো দেশৰ জনসাধাৰণৰ আশা আকাঙ্খা আৰু সমস্যাবিলাক একেই। তেওঁঁ লোকে সংঘৰ্ষ নিবিচাৰে—বিচাৰে উন্নতি আৰু শান্তি। তেওঁলোকে অস্ত্ৰ আৰু খাৰ-বাৰুদ নিবিচাৰে—বিচাৰে অন্ন-বস্ত্ৰ আৰু আশ্ৰয় স্থল।"

কাশ্মীৰ প্ৰশ্নলৈ পাকিস্থানৰ অনমনীয় মনোভাৱ, যুদ্ধ বৰ্জ্জন চুক্তি অগ্ৰাহ্য আদিলৈ চাই শেষত টাচখণ্ড সন্মিলন চৰম ব্যৰ্থতাত উপনীত হ'ব বুলি সকলোৱে ভাবিছিল। সকলোৱে এইটোকে অনুমান কৰিছিল যে—যুটীয়া ইস্তাহাৰ এখনো যুগুত কৰিব নোৱাৰাকৈ সকলো ঘৰাঘৰি যাব। কিন্তু সমগ্ৰ বিশ্ববাসীক আচৰিত কৰি ১০ জানুৱাৰীৰ দিনা আবেলি ৯টা দফাযুক্ত যুটীয়া ইস্তাহাৰত ভাৰতৰ প্ৰধান মন্ত্রী লাল বাহাদুৰ শাস্ত্রী আৰু পাকিস্থানৰ প্ৰেচিডেণ্ট আয়ুবখানে চহী কৰে। যুটীয়া ইস্তাহাৰৰ মূলকথা এয়েই যে "সমস্যা সমাধানৰ বাবে দুয়ো দেশে শক্তি প্ৰয়োগ নকৰে।" এই যুটীয়া ইস্তাহাৰক সকলোৱে "ঐতিহাসিক টাচখণ্ড ঘোষণা" বুলি অভিহিত কৰে। টাচখণ্ড ঘোষণা স্বাক্ষৰিত হোৱাৰ পিচতেই অতি প্ৰফুল্ল মনেৰে শাস্ত্রীয়ে ভাৰতৰ গৃহমন্ত্রী গুলজাৰিলাল নন্দ আৰু নিজৰ পৰিয়ালৰ লগত টেলিফোনেৰে কথা বতৰা হয়। গৃহমন্ত্রী নন্দক শাস্ত্রীয়ে ফোনতে কয় যে—তেওঁ মঙ্গলবাৰে টাচখণ্ডৰ পৰা বিদায় লব। শাস্ত্রীয়ে মঙ্গলবাৰে টাচখণ্ডৰ পৰা বিদায় ল'লে। কিন্তু এই বিদায় যে— এনেদৰে চিৰ বিদায় হ'ব

কোনে জানিছিল ? টাছখণ্ডৰ শান্তিৰ থলিত শাস্ত্ৰীয়ে ভাৰত আৰু পাকিস্থানৰ মাজত সম্প্ৰীতিৰ ভেটি পাতিবৰ বাবে যুটীয়া ইস্তাহাৰত চহী কৰাৰ লগতে নিজৰ জীৱনো দান কৰি সেই মহান প্ৰচেষ্টাক আৰু মহীয়ান কৰি তুলিলে।

টাছখণ্ড ঘোষণা-পত্ৰ স্বাক্ষৰ হোৱাৰ পিচত সমগ্ৰ বিশ্ব আচৰিত হৈছিল। আচৰিত হৈছিল এই কাৰণেই যে—ওঠৰ বছৰীয়া ভাৰত পাকিস্থানৰ মনান্তৰৰ ঠাইত শান্তিৰ চুক্তি কেনেকৈ সম্ভৱ হৈ উঠিল। ভাৰতৰ সৰ্ব্বসম্মত মৌলিক নীতিৰ কিঞ্চিৎমানো পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন নকৰাকৈ লাল বাহাদুৰ শাস্ত্ৰীয়ে পাকিস্থানৰ লগত শান্তি স্থাপন কৰাত শাস্ত্ৰীৰ দূৰদৰ্শিতা আৰু শান্তিপ্ৰিয় মনোভাৱ প্ৰকাশ হৈছিল। ভাৰতৰ জনতাৰ ওচৰত আছিল শাস্ত্ৰী অনাড়ম্বৰ নেতা—তেওঁ লোকৰ প্ৰিয় নেতাজনক টাছখণ্ডৰ সাফল্যমণ্ডিত মিছনৰ পিচত নতুন দিল্লীত প্ৰত্যাৱৰ্ত্তন হলে বীৰৰ অভ্যৰ্থনা জনাবলৈ বাট চাই আছিল। কিন্তু তাৰ পৰিবৰ্ত্তে ১১ জানুৱাৰী আবেলি "এৰোফ্লিট" নামৰ শ্বেত নীলাভ বিশেষ ছোভিয়েট বিমানৰ পৰা শাস্ত্ৰীৰ মৃতদেহ অতি কৰুণ পৰিবেশত গ্ৰহণ কৰিব লগা হল। এইয়া অত্যন্ত নাটকীয়। মাত্ৰ ১৯ মাহ ভাৰতৰ নিচিনা বিৰাট ৰাষ্ট্ৰৰ প্ৰধান মন্ত্ৰী স্বৰূপে শাস্ত্ৰীয়ে যি কৰ্ম্মকুশলতাৰ পৰিচয় দিলে— সেইয়া তেওঁৰ জীৱন বুৰঞ্জীৰ এটা গৌৰৱপূৰ্ণ অধ্যায়। প্ৰধান মন্ত্ৰী ভাৰ লোৱাৰ পূৰ্ব্বে বিদেশৰ কোনো অভিজ্ঞতা নোপোৱাকৈ প্ৰধান মন্ত্ৰী হিচাবে ১৯ মাহৰ ভিতৰত তেওঁ যি খিনি কাম কৰিলে তাক ভাবিলে স্তম্ভিত হব লাগে। শাস্ত্ৰীৰ মৃতদেহ সৎকাৰত বিশ্বৰ বিভিন্ন দেশৰ শীৰ্ষস্থানীয় নেতা সকলৰ যোগদানে প্ৰমাণ কৰিলে শাস্ত্ৰীয়ে বিশ্ব দৰবাৰত এখন উল্লেখযোগ্য আসন লাভ কৰি ভাৰতৰ সম্মান অটুত ৰাখিছিল। যুদ্ধ আৰু শান্তি উভয় ক্ষেত্ৰতে শাস্ত্ৰীয়ে তেওঁৰ বিচক্ষণ নেতৃত্বৰ দ্বাৰা ভাৰতবাসী তথা বিশ্বৰ সম্মানিত নেতা হিচাবে পৰিগণিত হৈছিল।

১৯৬৬ চনে ভাৰতৰ বাবে কঢ়িয়াই আনিলে একালে বিজয় আৰু আনফালে বিষাদ। এই বিজয় আৰু বিষাদৰ স্থল হল টাছখণ্ড। টাছখণ্ডে হছুৱালে টাছখণ্ডে কন্দুৱালে। টাছখণ্ডত শান্তিৰ কপৌৰ পাখিৰ পৰা বাৰুদৰ গোন্ধ আতৰি গ'ল। টাছখণ্ডৰ বিজয়ে যুদ্ধ ক্ষেত্ৰৰ আসুৰিক উল্লাসৰ আনন্দ নিদিয়ে। এই বিজয়ে মানুহক মহত্বৰ স্তৰলৈ লৈ যায়- এই বিজয় শান্তিৰ বিজয়— মানৱতাৰ বিজয়। টাছখণ্ডৰ বিষাদে সমগ্ৰ বিশ্ববাসীক কন্দুৱাই পেলালে। টাছখণ্ডত শান্তি আদৰি অনা এগৰাকী শান্তি দূত হেৰাই গ'ল। ৬৬ চনৰ ১১ জানুৱাৰী মঙ্গলবাৰে নিশা ১ বাজি ২ মিনিটত টাছখণ্ডৰ "নিউট্ৰেল ভিলাৰ" এটি আছুতীয়া কোঠাত এটি উদ্দীপনাময়, আশাভৰা কৰ্ম্মময় জীৱনৰ বন্তি নুমাই গ'ল। বন্তি নুমাই গ'ল— কিন্তু সেই বন্তিৰ স্মৃতি থাকি গ'ল চিৰকাললৈ। লাল বাহাদুৰ শাস্ত্ৰীৰ স্মৃতি মৰহি নেযায়—যাব নোৱাৰে। তেওঁৰ স্মৃতি ভাৰত তথা বিশ্বৰ প্ৰতিজন শান্তিকামী, মুক্তিকামী, প্ৰগতিবাদী নাগৰিকৰ অন্তৰৰ অন্তৰতম প্ৰদেশত শিলৰ ৰেখাৰ দৰে স্পষ্টভাৱে জিলিকি থাকিব।

দুটা বছৰত ভাৰতে দুগৰাকী মহান নেতাক

চিৰবিদায় দিলে, দুটা বছৰ ভাৰতে অতিশয় দুৰ্যোগৰ এন্ধাৰ বাটেৰে আগুৱাই গৈছিল। অথচ এই দুটা বছৰতে শাস্ত্ৰীয়ে দেখুৱাই গ'ল — তেওঁৰ বিচক্ষণতা, তেওঁৰ কৰ্ম্মকুশলতা, তেওঁৰ দৃঢ়তা। গান্ধীজীয়ে অহিংস আন্দোলনেৰে ভাৰতক স্বাধীনতা মহাধন দি গ'ল, নেহৰুৱে নৱ-ভাৰত গঢ়িলে আৰু শাস্ত্ৰীয়ে? শাস্ত্ৰীয়ে ভাৰতক বিজয়ৰ আসনত বহুৱাই থৈ গ'ল। লাল বাহাদুৰ শাস্ত্ৰীয়ে ভাৰতক ৰাষ্ট্ৰীৰ গ্লানিৰ বোকাৰ পৰা তুলি আনি পয়ৰষ্টিত বিশ্বৰ গৌৰৱৰ ভেটিত ঠিয় কৰাই শেষ মুহূৰ্ত্তলৈ দেশৰ আৰু পৃথিবীৰ মঙ্গল চিন্তা কৰি বিজয়ী বীৰৰ দৰে শেষ নিশ্বাস এৰিলে জয়ৰ চৰম মুহূৰ্ত্তৰ পিচত। তেওঁৰ আত্মাই শান্তি লভিব। ভাৰতে তেওঁক চিৰদিন সুঁৱৰিব। শান্তিকামী বিশ্বই তেওঁক নেপাহৰে।



## অঙ্কীয়া নাটত

# —'সূত্ৰধাৰ'—

—প্ৰকাশ গোস্বামী
তৃতীয় বাৰ্ষিক (কলা)।

অসমৰ জাতীয় জীৱনক আধ্যাত্মিক, সাংস্কৃতিক আৰু সামাজিক স্পন্দনেৰে সঞ্জীৱিত কৰিব পৰা বৈষ্ণৱ সাহিত্য সমূহৰ ভিতৰত, যুগান্তকাৰী ধৰ্ম্মপ্ৰাণ কবি-সাহিত্যিক শ্ৰীমন্ত শঙ্কৰ দেৱৰ অভিনৱ সৃষ্টি 'অঙ্কীয়া নাটে'ই সৰ্ব্বশ্ৰেষ্ঠ স্থান লাভ কৰি আহিছে—সেই মহাজাতীয় বৈষ্ণৱ আন্দোলনৰ যুগৰে পৰা আজি পৰ্য্যন্ত। সনাতন সত্যৰ উপলব্ধিৰ জৰিয়তে নিৰক্ষৰ জনসাধাৰণৰ আধ্যাত্মিক উন্নয়ন বা মানসিক বিকাশ সাধনৰ উদ্দেশ্যে যি প্ৰচেষ্টা চলোৱা হৈছিল—সেই প্ৰচেষ্টাক ফলৱতী কৰিবৰ কাৰণেই দূৰদৰ্শী মহাপুৰুষজনাৰ নিপুণ লিখনিৰে অঙ্কীয়া নাটৰ সৃষ্টি। গীত, কাব্য বা অনান্য গভীৰ তত্বমূলক সাহিত্য সমুহে বৈষ্ণৱ আন্দোলনৰ প্ৰচাৰমুখী কাৰ্য্যত যিখিনি সম্পূৰ্ণতা আনিব নোৱাৰিলে, সেইখিনি সম্পূৰ্ণ কৰি মহাজাতীয় আন্দোলনটোৰ ক্ষেত্ৰত বিৰাট এক সাফল্য আনি দিলে—এই 'অঙ্কীয়া নাট'কে। কিন্তু 'অঙ্কীয়া নাট'ৰ এই সফলতাৰ গুৰিত এনে এটি চৰিত্ৰ নিহিত আছে—যিটো চৰিত্ৰই পাতনিৰ পৰা সমাপ্তি পৰ্য্যন্ত নাটকখন পৰিচালনা কৰি ইয়াৰ অভিপ্ৰেত অৰ্থ দৰ্শকক সহজবোধ্য কৰি দিয়ে। 'অঙ্কীয়া নাট'ৰ সফলতা আনোটা এই চৰিত্ৰটিয়েই হ'ল—'সূত্ৰধাৰ'।

'সূত্ৰধাৰ' চৰিত্ৰটিৰ আদৰ্শ প্ৰাচীন সংস্কৃত নাটক। পুৰণি গ্ৰীক নাটকৰ 'কোৰাছ'ৰ লগতো ইয়াৰ আংশিক সাদৃশ্য দেখা যায়। কিন্তু সংস্কৃত নাটকৰ সূত্ৰধাৰৰ কাৰ্য্যৰ লগত 'অঙ্কীয়া নাট'ৰ সূত্ৰধাৰৰ বিশেষ সাদৃশ্য নহয়। 'অঙ্কীয়া নাট'ত সূত্ৰধাৰৰ কাৰ্য্যাৱলী সম্পূৰ্ণ স্বতন্ত্ৰ। বৰঞ্চ 'অঙ্কীয়া নাট'ৰ সূত্ৰধাৰত পুৰণি অসমৰ ওজা-পালি অনুষ্ঠানৰ ওজাৰ লক্ষণ হে বিদ্যমান।

গায়ন-বায়নৰ দৰে সূত্ৰধাৰ নাটৰ কাহিনীগত চৰিত্ৰ নহয়। অথচ, সূত্ৰধাৰেই নাটৰ কেন্দ্ৰীয় ব্যক্তি, যাক বাদদি 'অঙ্কীয়া নাট'ৰ সৌন্দৰ্য্যই অৰ্থহীন। 'অঙ্কীয়া নাট'ত সূত্ৰধাৰ একেবাৰে গায়ক, নৰ্ত্তক, পৰিস্থিতি ব্যাখ্যাকাৰী আৰু অভিনয় পৰিচালক। 'অঙ্কীয়া নাট'ত সূত্ৰধাৰ হ'ল নাটৰ পাতনি মেলোতা, দোহাৰোতা নাটকীয় বিষয় বস্তু আৰু দৰ্শকৰ মাজত মধ্যস্থতা কৰোতা, শিক্ষক ৰূপে দৰ্শকক নাটকীয় বিষয় বস্তু বুজাই দিওঁতা, দুটা বিভিন্ন দৃশ্যৰ সংযোজক আৰু আধুনিক নাটকৰ বন্ধনীৰ ভিতৰত থকা কামো কৰে সূত্ৰধাৰেই। 'অঙ্কীয়া নাট'ত সূত্ৰধাৰৰ স্থান আৰু কাৰ্য্যৰ যিখিনি প্ৰাধান্য দিয়া হ'ল ই মহাপুৰুষজনাৰ ব্যক্তিগত অভিনৱ সৃষ্টি; উদ্দেশ্যৰ ক্ষেত্ৰত বিৰাট এক সাফল্যৰ সম্ভাৱনাতেই

বোধহয় মহাপুৰুষজনাই 'অঙ্কীয়া নাট'ত সূত্ৰধাৰক প্ৰধান স্থান দিলে।

মহাপুৰুষজনাৰ 'অঙ্কীয়া-নাট'ত 'সংস্কৃত নাটকৰ সূত্ৰধাৰ' বা গ্ৰীক কোৰাছ'ৰ দৰে প্ৰস্তাৱনাৰ পাচতে সূত্ৰধাৰ নিষ্ক্ৰিয় নহয়। অঙ্কীয়া ভাওনাত সূত্ৰধাৰৰ প্ৰথম কাৰ্য্য হ'ল—নাটৰ পাতনি মেলা। এই প্ৰস্তাৱন কাৰ্য্য সংস্কৃতৰ অনুৰূপ। 'অঙ্কীয়া নাট'ত ধেমালিৰ ক্ৰম অনুসৰি ন ধেমালি, নাট ধেমালি আদি কৰি ঘোষা ধেমালি পৰ্য্যন্ত বাজনা শেষ কৰি গুৰুঘাট বা গুৰুৰ গুণানুকীৰ্ত্তন শেষ কৰাৰ পিচত সূত্ৰধাৰে মঞ্চত প্ৰবেশ কৰে আৰু প্ৰথমেই সূত্ৰ-নৃত্য প্ৰদৰ্শন কৰে। ইয়াৰ পিচত নান্দী-শ্লোক আবৃত্তি কৰি নাটৰ পাতনি মেলে। 'অঙ্কীয়া-নাট'ত দুটা নান্দী শ্লোক থাকে—প্ৰথমটোত শ্ৰীকৃষ্ণৰ গুণানুকীৰ্ত্তন কৰা হয়, আৰু দ্বিতীয়টোত নাটৰ প্ৰতিপাদ্য বিষয়ৰ ইঙ্গিত দিয়া হয়। নান্দী শ্লোকৰ পাছতেই নান্দী-গীত অনুষ্ঠিত হয়। সংস্কৃতত হোৱা হলে—'নান্দ্যান্তৰে সূত্ৰধাৰঃ।' কিন্তু 'অঙ্কীয়া-নাট'ত এইখিনি সূত্ৰধাৰেই পৰিবেশন কৰাৰ কাৰণে—

"নান্দ্যান্তৰে সূত্ৰধাৰঃ॥ অলমিতি বিস্তৰেণঃ॥
প্ৰথমং মাধৱো মাধৱ ইত্যুক্ত্বা হৰিং প্ৰণম্য॥"

এইবুলি তাৰ পাছত শ্লোকৰ দ্বাৰা নাটৰ কথা বস্তুৰ ইঙ্গিত দিয়ে। 'ৰামবিজয়' নাটত—

"ভো ভো সমাজিকা যুয়ং শৃণুধ্বমধুনা বুধাঃ।
শ্ৰীৰামবিজয়ন্নাম নাটকং মুক্তি সাধকম্॥"—

এনে ধৰণে নাটৰ কথা বস্তুৰ ইঙ্গিত দিছে। ইয়াৰ পিচতেই ভটিমা আৰু কথাৰ দ্বাৰা নাটকীয় ঘটনা পৰম্পৰা সমূহ সূত্ৰধাৰে দৰ্শকৰ আগত দাঙ্গি ধৰে। এনে ধৰণে সূত্ৰধাৰে 'অঙ্কীয়া-নাট'ত পাতনি মেলা কাৰ্য্য সমাপন কৰে আৰু তাৰ পিচতেই এটি শ্লোকৰ দ্বাৰা নায়ক-নায়িকাৰ প্ৰবেশৰ ইঙ্গিত দিয়ে—যেনে,

"তদন্তৰঃ সূত্ৰ পুছত॥ আহে সঙ্গি কি বাদ্য বাজে॥
সঙ্গি বোল॥ আহে দেৱ বাদ্য বাজত॥
সূত্ৰ॥ অঃ মিলল মিলল।
শ্লোক॥ প্ৰৱেশমকৰোদ্দেৱো গোবিন্দো গৰুড়াসনঃ।
ৰুক্মিণী-সত্যভামাভ্যাং সহ চাৰুশ্চতুৰ্ভুজঃ॥
কথা॥

"আহে লোকঃ হামু জে কহলুঃ সোহি পৰম ঈশ্বৰঃ শ্ৰীকৃষ্ণ সভাৰ্যেঃ যাত্ৰা নিমিত্তে এথা প্ৰাপতঃ পৰম সাৱধান হয়াঃ তাহে দেখহ শুনহঃ নিৰন্তৰে হৰি বোল॥" (পাৰিজাত হৰণ নাটক)

এনেদৰে ৰঙ্গস্থলত প্ৰধান চৰিত্ৰকে প্ৰমুখ্য কৰি পাত্ৰ-পাত্ৰী সমূহক প্ৰৱেশ কৰাই গীত কথাৰ যোগেদি চৰিত্ৰ সমূহৰ পৰিচয় সূত্ৰধাৰে দৰ্শকৰ আগত দাঙ্গি ধৰে।

নায়ক-নায়িকাৰ প্ৰস্থানৰ পিছত সূত্ৰধাৰে মঞ্চত প্ৰবেশ কৰি পূৰ্ব্ববৰ্ত্তী ঘটনাৰ তাৎপৰ্য্য ব্যাখ্যা কৰি দৰ্শকক বুজাই দিয়ে আৰু পৰবৰ্ত্তী কাৰ্য্যৰ আভাস দৰ্শকৰ আগত দাঙ্গি ধৰে। এনে ধৰণে প্ৰত্যেকটি চৰিত্ৰৰ প্ৰস্থানৰ লগে লগে মঞ্চত প্ৰবেশ কৰি সূত্ৰধাৰে সমাধিত কাৰ্য্যাৱলীৰ বিৱৰণ আৰু আসন্ন ঘটনাৱলীৰ ইঙ্গিত দি নাটৰ পৰিসমাপ্তি পৰ্য্যন্ত 'দোহাৰা' কাৰ্য্যত লিপ্ত থাকে।

দৰ্শকক 'আহে সামাজিক লোক' বুলি প্ৰত্যক্ষ সম্বোধন কৰি দৰ্শক আৰু অভিনেতাৰ মাজত সূত্ৰধাৰে এক বিশেষ সম্বন্ধ স্থাপন কৰে।

'অঙ্কীয়া-নাট'ৰ প্ৰচাৰমূখী আৱেদন এটি আছে কাৰণেই সূত্ৰধাৰ চৰিত্ৰটিয়ে দৰ্শক আৰু অভিনেতাৰ মাজত সম্বন্ধ স্থাপন কৰি দৰ্শকক অভিনীত কাৰ্য্যাৱলী বুজাই দিয়ে। গীত আৰু কথাৰ জৰিয়তে বিষয় বস্তু আৰু দৰ্শকৰ মধ্যস্থতা কৰি দুয়োফালৰে সম্পৰ্ক অটুট ৰাখে।

স্মাৰক আৰু মধ্যৱৰ্ত্তী ৰূপে সমজুৱাৰ আগত সংঘটিত ঘটনাৰ সৌৰবল, সেই ঘটনাৰ বিশ্লেষণ আৰু পৰৱৰ্ত্তী কাৰ্য্যৰ সুন্দৰ ইঙ্গিত দিয়া 'সূত্ৰধাৰ' অঙ্কীয়া নাটৰ বুকুত বিশেষ পাৰদৰ্শিতাৰে এজন শ্ৰেষ্ঠ শিক্ষক। নাটকৰ সকলো উদ্দেশ্য ফঁহিয়াই বহল ভাৱে দৰ্শকক হৃদয়ঙ্গম কৰাওঁতা এই 'সূত্ৰধাৰ' দৰ্শকমণ্ডলীৰ একান্তই শিক্ষক স্বৰূপ।

সূত্ৰধাৰৰ কাৰ্য্যৰ জৰিয়তে অঙ্কীয়া নাটত অঙ্ক বিভাজন অনাৱশ্যক হৈ পৰিল। গীত আৰু কথাৰে দুটি অংশৰ মাজৰ ঘটনা পৰস্পৰ সংক্ষিপ্ত কৰি দিয়াৰ কাৰণেই অঙ্ক বিভাজনৰ আৱশ্যক অঙ্কীয়া নাটত নহ'ল। বৰ্ত্তমানৰ নাটক সমূহত দৃশ্য পৰিবৰ্ত্তনৰ যি ব্যৱস্থা কৰা হয়, বিভিন্ন ৰূপ সজ্জাৰ জৰিয়তে এইখিনি কাৰ্য্য সূত্ৰধাৰে কথাৰেই বুজাই দিয়ে। দৰ্শকৰ লগত প্ৰত্যক্ষ সম্পৰ্ক থকাৰ কাৰণেই একেটি মণ্ডপকে দৰ্শকে বিভিন্ন সময়ত বিভিন্ন ৰূপত কল্পনা কৰিব পাৰে। সূত্ৰধাৰে দুটা দৃশ্যৰ সংযোজনা কৰি নাটৰ অঙ্ক-গৰ্ভাঙ্কৰ বিভাজন অনাৱশ্যক কৰি তুলিলে। দুটা দৃশ্যৰ এই সংযোজনাৰ ফলত আধুনিক নাটকৰ বন্ধনীৰ ভিতৰত দিয়া কথাৰো আৱশ্যক নহল।

এনে ধৰণে সূত্ৰধাৰে অঙ্কীয়া নাটৰ উত্থাপন কাৰ্য্য সমাধা কৰি নাটখনি পৰিচালনা কৰে। কিন্তু সামাজিক যোগাযোগতেই সূত্ৰধাৰৰ কাৰ্য্যৰ পৰিসমাপ্তি নঘটে। নাটকীয় ঘটনাচক্ৰৰ পৰিসমাপ্তিতো দৰ্শকসকলক নাটৰ মূল বিষয় বস্তু, ইয়াৰ অভিপ্ৰেত অৰ্থ বুজাই দিয়ে। মহাপুৰুষ মাধৱ দেৱৰ 'চোৰধৰা' নাটৰ পৰিসমাপ্তিত সূত্ৰধাৰে কৈছে—

"·····আহে সভাসদ লোক। শ্ৰীকৃষ্ণক পৰম কৃপালু গুণ দেখহ। কোটি ব্ৰহ্মাণ্ডক ঈশ্বৰ হুয়া নন্দক গৃহে বেকত হয়ে নানান বিনোদ নৃত্য কয়ল। ইহাক শ্ৰৱন-কীৰ্ত্তন কৰিয়ে সৱলোক সংসাৰ ঘোৰ নিকাৰ তৰব। ইহাজানি শ্ৰীকৃষ্ণক চৰণে শৰণ সাৰ কৰিয়ে নিৰন্তৰে হৰি বোল হৰি বোল।" ইয়াৰ পিচত গায়ন-বায়নেৰে লগ লাগি মুক্তি-মঙ্গলৰ দ্বাৰা ভগবানৰ ওচৰত ক্ষমা প্ৰাৰ্থনাৰে সূত্ৰধাৰে নাটৰ যৱনিকা টানে।

ইমানখিনি কাৰ্য্যৰ জৰিয়তেই অঙ্কীয়া নাটত সূত্ৰধাৰে এক প্ৰশস্ত স্থান অধিকাৰ কৰি আছে। ডঃ কাকতিদেৱে সেয়েহে কৈছিল— "ভওনাখন এখনি চিত্ৰ, সেই চিত্ৰ দৰ্শকক আঙুলিৰে বুজাওঁতা হ'ল--'সূত্ৰধাৰ'।" পৰিসমাপ্তিত ইয়াকে মাথোন ক'ব পাৰি যে সূত্ৰধাৰেই অঙ্কীয়া-নাটৰ প্ৰাণ শক্তি স্বৰূপ। সূত্ৰধাৰক বাদদি অঙ্কীয়া-নাটৰ স্বকীয় মূল্যই নাথাকে।



# ওমৰ খায়াম আৰু ফিটজাৰেল্ড

কুতুবুদ্দিন আহমদ
তৃতীয় বাৰ্ষিক (কলা)

আজি সমগ্ৰ পৃথিবীৰ এখনি চিনাকি পুথি হৈছে ওমৰ খৈয়ামৰ 'ৰুবাইয়াত'। পাৰস্যৰ বিশ্ববিশ্ৰুত কবি, জ্যোতিষবিদ, গণিতজ্ঞ ওমৰ খৈয়ামৰ অমৰ সৃষ্টি হল এই 'ৰুবাইয়াত'। ৰুবাইয়াতৰ অনুপম কবিতাৰ শাৰীবোৰ পাঠ কৰি ধনী-দুখীয়া সকলোৱেই তৃপ্তি লাভ কৰে। কিন্তু কথা হ'ল এনে এখন বিশ্ব বিশ্ৰুত পুথিৰ ইতিবৃত্ত কি সেয়েই এই প্ৰবন্ধৰ আলোচ্য বিষয়।

আজি সমগ্ৰ বিশ্বই যে ৰুবাইয়াতৰ বিষয়ে জানিছে বা পঢ়িছে তাৰ মূলতেই এজন মহান ব্যক্তিৰ নাম জড়িত আছে, যাৰ নাম হ'ল এডৱাৰ্ড ফিটজাৰেল্ড ( Edward Fitzerald ) ফিটজাৰেল্ডেই পোন প্ৰথমে ওমৰৰ ৰুবাইয়াত খনি অনুবাদ কৰিছিল। কিন্তু ইয়াক ফিটজাৰেল্ডৰ অনুবাদ বুলিবলৈ টান হয়। কাৰণ তেওঁ ইংৰাজী ভাষাত এই পুথিখনি এনে মৌলিক প্ৰতিভাৰে অনুদিত কৰিলে যে ইয়াক তেওঁৰ মৌলিক কবিতা পুথি যেন হে লাগে। ইংৰাজী ভাষাৰ যোগেদি ৰুবাইয়াতৰ অনুপম কবিতা সমূহ আজি পৃথিবীৰ সকলো ভাষালৈকে অনুবাদ কৰা হৈছে।

পাৰশ্যৰ এই অনুপম কাব্য গ্ৰন্থখন এদিন হয়তো পাৰশ্যৰ ভাষাতে আবদ্ধ থাকিল-হেঁতেন যদিহে ফিটজাৰেল্ডে ইংৰাজীৰ দৰে আন্তৰ্জাতিক ভাষা এটাত অনুপম ৰূপে ভাষান্তৰিত নকৰিলেহেঁতেন। আমাৰ অসমীয়া বনফুলৰ কবি ৺দুৰ্গাপ্ৰসাদ (?) এই ৰুবাইয়াত খন 'ওমৰতীৰ্থ' নামেৰে ফিটজাৰেল্ডৰ আলমলৈহে অনুপম ৰূপে ভাঙি উলিয়ালে।

এনে এখন অমৰ গ্ৰন্থ ৰুবাইয়াতৰ কবি ওমৰ জানো পাৰশ্যৰ এজন শ্ৰেষ্ঠ কবি আছিল। ওমৰক পাৰশ্যৰ শ্ৰেষ্ঠ কবি বুলি ধৰা নহৈছিল। কিয়নো তেওঁৰ আগেয়ে ফিৰ্দৌচী, নিজামী, আনচাৰী আদি ওখ খাপৰ কবিৰ জন্ম হৈছিল। এওঁলোক সকলোৱেই চুফী মতবাদৰ কবি। চুফীবাদক (Sufism) ভাৰতীয় ভাষাৰে 'ৰহস্যবাদ'

বুলি আখ্যা দিয়া হয়। ওমৰ আছিল জালালুদ্দিন ৰোমী আৰু চাদিৰ সমসাময়িক। এওঁলোকে বিভিন্ন ভাৱ আৰু উদ্দেশ্য আগত লৈ কৱিতা বা সাহিত্যৰ সৃষ্টি কৰিছিল। ওমৰ খৈয়ামে কিন্তু 'ৰুবাইয়াত' ছন্দত কৱিতা লিখিছিল; অথাৎ চাৰিশৰীয়া ছন্দত। ওমৰৰ খৈয়াম উপাধিৰ এটা তাৎপৰ্য্য আছে। ওমৰে তম্বুত বাস কৰি বৰ ভাল পাইছিল। তম্বুক পাৰ্চ্চী ভাষাত 'খৈমা' আৰু তম্বুবাসাক 'খৈয়াম' বোলা হয়।

ওমৰৰ ভাৱধাৰাক সাৰ্ব্বজনীন ৰূপে বিশ্বৰ আগত দাঙি ধৰিলে ফিটজাৰেল্ডেহে। কিন্তু তেওঁ ওমৰৰ দৰে ৰুবাইয়াত অনুবাদ কৰি জীৱনৰ প্ৰথম প্ৰচেষ্টাত প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হোৱা নাছিল। এডৱাৰ্ড ফিটজাৰেল্ডৰ জন্ম হৈছিল ১৮০৯ চনৰ ৩১ মাৰ্চ্চত ইংলণ্ডৰ এক ধনী পৰিয়ালত। ঐশ্বৰ্য্য বিভূতিৰ অভাৱ বোধ নকৰা ফিটজাৰেল্ড সৰুৰে পৰাই কাব্যপ্ৰাণ আছিল। তেওঁ ইংলণ্ডত অধ্যয়ন কৰি থাকোতে কেবাজনো সাহিত্যিকৰ লগত পৰিচয় ঘটে। ফিটজাৰেল্ড পাৰ্চ্চী ভাষাৰ প্ৰতি বিশেষ ভাৱে আকৃষ্ট হয় তেওঁৰ কাৱেল নামৰ এজন বন্ধুৰ যোগেদি। ফিটজাৰেল্ড আছিল জ্ঞান পিপাসু। তেওঁ একেৰাহে কেবাবছৰ কাল গ্ৰন্থগাৰত কিতাপ পঢ়ি কটাইছিল। জ্ঞান অন্বেষণৰ ক্ষেত্ৰত তেওঁ যি কোনো কাৰ্য্যকে ত্যাগ কৰিছিল। উল্লেখযোগ্য যে ফিটজাৰেল্ডৰ বিবাহ-বিচ্ছেদে তেওঁৰ মনলৈ যথেষ্ট সন্তাপ আনিলে। ইয়াৰ ফলত তেওঁ উদাসী হৈ পৰিল। আৰু ইয়াৰ দ্বাৰা তেওঁৰ অধ্যয়নশীল মন আৰু জ্ঞানৰ বাবে ঢাল খালে। এই সময়ত তেওঁ বন্ধু কাৱেলৰ উদ্গনিত ওমৰ খৈয়ামৰ ৰুবাইয়াতবোৰ পঢ়িবলৈ সৌভাগ্য লাভ কৰিলে।

ফিটজাৰেল্ডে ৰুবাইয়াত ইংৰাজীলৈ অনুবাদ কৰাৰ আগতে নাটক আৰু কৱিতা লিখিছিল। কিন্তু তেওঁৰ নাটক, কবিতা আদিক সমাজে আদৰি নললে। প্ৰতি ক্ষেত্ৰতেই তেওঁ ব্যৰ্থতাক লগ পালে। পিচত তেওঁ লিখিবলৈ এৰি অধ্যয়নত মনোনিবেশ কৰিলে। আৰু মনৰ খোৰাক হিচাবে পালে ৰুবাইয়াতবোৰক। প্ৰকৃততে ফিটজাৰেল্ডে ৰুবাইয়াত অনুদিত কৰিছিল ১৮৫৯ চনত। প্ৰথম অৱস্থাত তেওঁ বহুতো অসুবিধাৰ সন্মুখীন হবলগীয়া হৈছিল। তেওঁ ৰুবাইয়াত খন ছাপা কৰিবৰ বাবে এখন কাগজৰ সম্পাদকলৈ পঠিয়াইছিল। কিন্তু দুখৰ বিষয় সম্পাদকে বিশেষ গুৰুত্ব নিদিলে। উপায় নেদেখি ফিটজাৰেল্ডে নিজেই ছাপা কৰি উলিয়ালে। এই কামত বহু কষ্ট সহ্য কৰিব লগীয়া হৈছিল। কিন্তু যি দিনাই কবি চুইনবাৰ্ণ আৰু ৰছেটিয়ে এই কিতাপখন এখন সাধাৰণ দোকানত দেখা পালে সেই দিনাই পাশ্চাত্য সাহিত্য তথা বিশ্বসাহিত্য জগতত এটা অভিনৱ আবিষ্কাৰ হ'ল। কিন্তু আচৰিত যে সেই মূহুৰ্ত্তলৈকে ফিটজাৰেল্ডেই যে ইয়াৰ অনুবাদক সেই কথা কোনেও নাজানিলে। কিন্তু Tenyson এ 'Old Fitz' নামৰ এটা কবিতা লিখি ফিটজাৰেল্ডৰ কৱিতাৰ গুণ গালে। তেতিয়া ফিটজাৰেল্ডেই এই পুথিৰ অনুবাদক বুলি সকলোৱে জানিলে। ফলত যিখন পুথিৰ কোনো আদৰ নাছিল সেই একেখন পুথিয়েই কেবাহাজাৰ টকাত মাথো একপি বিক্ৰী হৈছিল।

ফিটজাৰেল্ডে ওমৰৰ ১৬৪ টা চাৰিশৰীয়া পংক্তি ইংৰাজীলৈ অনুবাদ কৰিছিল। অৱশ্যে ফিটজাৰেল্ডে ওমৰৰ হুবহু ভাবধাৰাৰ অনুৰূপ অনুবাদ কৰা নাছিল। যিখিনি কবিতা বা পংক্তি তেওঁৰ মনোমত হল সেইখিনিহে তেওঁ অনুদিত কৰিলে। বহু সমালোচকে ফিটজাৰেল্ডৰ ৰুবাইয়াতখন ওমৰ খৈয়ামৰ ভাবধাৰাৰ লগত কোনো মিল নাই বুলি বিদ্ৰূপ কৰিছিল। কিন্তু প্ৰকৃততে সি নহয়। কাৰণ ফিট্‌জাৰেল্ডৰ অনুবাদ মুকলি অৰ্থাৎ মৌলিক আছিল। ওমৰৰ আটাইবোৰ (পাচশ) চতুৰ্দ্দশপদী কবিতাৰ শাৰী তেওঁ অনুবাদ কৰিব পৰা নাছিল। সিবোৰৰ ভাব আৰু আদৰ্শ নিপুণতাৰে ৰক্ষা কৰি তেওঁ কিছুমান মূল কবিতাহে অনুবাদ কৰিছিল। কিন্তু আচৰিত কথা যে ইয়াতে ফিটজাৰেল্ডে ওমৰৰ দৰ্শন, জ্ঞানৰ প্ৰতি দৃষ্টি ভঙ্গী আৰু ওমৰৰ নিৰাশা আৰু সুখ বাদক ফুটাই তুলিবলৈ সক্ষম হৈছিল।

সম্প্ৰতি ওমৰৰ দৰ্শন সম্পৰ্কে চুআষাৰ আলোচনা কৰা হওঁক। ওমৰ খৈয়াম আছিল চুফী মতবাদৰ। কিন্তু তেওঁৰ সমসাময়িক সকলে তেওঁক চুফী মতবাদৰ শাৰীত স্থান দিবলৈ অলপ দ্বিধা বোধ কৰিছিল।

ওমৰে চুফীসকলৰ দৰে ভগৱানৰ সৈতে একাত্মবোধ অনুভৱ কৰিছিল। ওমৰেও বিশ্বাস কৰিছিল যে বিশ্বত এক ঐক্যধ্বনি বিৰাজমান। ওমৰে প্ৰধানতঃ প্ৰেমৰ মাজেদিয়েই পৰম পুৰুষক বিচাৰিছিল। বিশ্বই হৈছে ওমৰৰ ভাষাত আমাৰ শৰীৰ, সত্যই আত্মা, দেৱদূতী সকলেই যেন আমাৰ ইন্দ্ৰিয়ানী। ভয় আৰু ভ্ৰান্তি এই সকলোৰে বিকাশত মাথোঁ এক বিৰাট পৰম পুৰুষৰ ভূমিকা আছে। কিন্তু অন্যহাতে ওমৰে পৃথিৱীখনক বৰ সুখৰ বুলি, সুন্দৰ বুলি ধৰিবলৈ টান পায়। এই পৃথিৱীৰ পাপ পুণ্যৰ কথাৰ প্ৰতি তেওঁৰ ব্যঙ্গাত্মক ভাব ফুটি উঠিছে। তেওঁ ঠাট্টাৰে কৈছেঃ "তুমি জানো নাজানা, কব তুমি নোৱাৰানে বাৰু কোনে ইয়াত পাপ কৰা নাই? তুমি জানো নাজানা পাপ নকৰা হলে এই পৃথিৱীত কেনেকৈ জীয়াই থকাটো সম্ভৱ। সেয়েই মই যদি পাপ কৰো, তুমি যদি তাৰ বাবে শাস্তি দিয়া— তেন্তে তোমাৰ, মোৰ মাজত পাৰ্থক্য থাকিল ক'ত? তুমি জানো নাজানা? পূৰ্ব্বজন্মৰ প্ৰতি তেওঁ বিদ্ৰূপেৰে কৈছেঃ "সঁচা মই সকলো জ্ঞানী মানুহৰ দৰে মদ খাও। মই জানো যে ঈশ্বৰে মোক দোষাৰোপ নকৰে। ভগৱানে হয়তো জানিছিল মই মদ খামেই, গতিকে তেওঁৰ আদেশ অমান্য কৰো কেনেকৈ।" অন্য এঠাইত আকৌ ওমৰে নিজেই যেন নিজকে বিদ্ৰোহ কৰি কৈছে— "খায়াম তোমাৰ জীৱনটো বেয়া বুলি চকুলো টোকা কিয়? দুখ কৰিবলৈনো কি আছে? আনন্দ কৰা বৰঞ্চ। যি পাপ কৰা নাই তেওঁ ক্ষমা কৰিবলৈকো দাবী কৰিব নোৱাৰে; ক্ষমা পাপী সকলৰ কাৰণেহে সৃষ্টি হৈছে দুখ নকৰিবা।"

জ্ঞানৰ প্ৰতি ওমৰৰ দৃষ্টি-ভঙ্গী সন্দেহজনক আৰু অবিশ্বাস্য। ঈশ্বৰৰ স্থিৰতা, ঈশ্বৰ বিশ্বাসৰ কথা মানুহৰ বাবে চিৰ অমীমাংসিত। মানুহে যিমানে তৰ্ক নকৰক বাস্তৱতে সেই আটাইবোৰেই যুক্তিহীন। ওমৰৰ এই ভাৱক ফিট্‌জাৰেল্ডে সুন্দৰ অনুবাদ কৰিছেঃ

"Into the Universe and why
not knowing,
Nor whence, like water
Willynilly flowing
And out of it, as wind,
Along the waste
I know not whither
Willynilly blowing"

ওমৰে কয়— ঈশ্বৰ! তোমাকতো আমাৰ বাহিৰে অন্য কোনেও পূজা নকৰে। গতিকে আমাৰ প্ৰতি তুমি অলপো কৃতজ্ঞ হব নোৱাৰানে? ওমৰে আশ্চৰ্য্য অনুভৱ কৰে:—তুমি স্বৰ্গ আৰু নৰক সৃষ্টি কৰিলা। কিন্তু নৰক কিয় সৃষ্টি কৰিলা তাক বুজি নাপালো। কি তুমি মানুহ সৃষ্টি কৰাৰ আগেয়ে কিছুমান পাপী হব বুলি ধৰি লৈছিলানেকি?

ওমৰৰ সুখবাদ আৰু নিৰাশা এক আচৰিত ধৰণৰ। ওমৰে কেতিয়াবা বৰ অসহায় অনুভৱ কৰিছে। ওমৰে দুখ কৰিছে— সমগ্ৰ বিশ্বৰ মানৱজাতিৰ শোকাবহ পৰিণতিৰ বাবে। এই পৃথিবীখনলৈ আহি সকলোৱে মাথোন দুখ আৰু বেদনাহে লাভ কৰিছে। যি এই পৃথিবীলৈ অহা নাই তেৱেঁই সুখী। যি আহিছে তেওঁ সোনকালে বিদায় লোৱাটোহে শ্ৰেয়। এই পৃথিবীখন আলহীঘৰ। দুই এদিন বিশ্ৰাম লৈ পুনৰ গন্তব্য স্থানলৈ (ওমৰৰ মতে ক'ৰবালৈ) প্ৰস্থান কৰে। কিন্তু এই পৃথিবীত মানুহৰ কৰিবলগীয়া কি সেয়েই ৰুবাইয়াতবোৰৰ গভীৰ উত্তৰহীন প্ৰশ্ন।

জগতখনক অন্ধ নিয়তিয়ে চালিত কৰিছে, ওমৰে কয়। জগতখন নিজা শক্তিৰ দ্বাৰা একো হোৱা নাই মাত্ৰ অদৃষ্ট শক্তিয়েহে মানুহক পৰিচালনা কৰে। ওমৰৰ সুৰৰেই ছন্দবাদেৰে সুন্দৰ ভাঙনি কৰিছে—

"নাই নাই কতো আলোক পথ
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱনৰ ৰথ (ওমৰ তীৰ্থ)

ওমৰে বহু চেষ্টা কৰিও আল্লাক বিচাৰি পোৱা নাই। পৃথিবীৰ পৰা বহু মানুহ কৰবালৈ গতি কৰিয়েই আছে, কিন্তু আজি পৰ্য্যন্ত কোনেও আহি সিপুৰীৰ সম্বেদ দিয়াহি নাই—

"যুগে যুগে কত গইছে মানুহ
আন্ধাৰ পুৰীৰ অজান দেশ
উভটি কোনোৱে কৈছেহি জানো
অসীম পথৰ ক'তনো শেষ"?

তেওঁ হয়তো বহুত ৰুবাইয়াতত জ্ঞানেন্দ্ৰীয়ৰ দ্বাৰা ঈশ্বৰ বা আল্লাক বিচাৰি পোৱা নাই। অৱশেষে মানুহৰ কোনো ইন্দ্ৰিয় শক্তিৰ দ্বাৰা আল্লাক পোৱা নেযায়।

"অশেষ যতনে নোৱাৰিলে কেওঁ
অসীম ৰহস্য কৰিব ভেদ,
ক্ষীণ মানৱৰ ক্ষীণ বুদ্ধি বল
জীৱন সংশয় নহল ছেদ।

গতিকে পাপ পুণ্যৰ কাৰণে নৰক সৰগৰ কথা ভাবি কাল্পনিক সুখ অনুভৱ কৰিবলৈ চেষ্টা নকৰি বৰ্তমানটোৰ সংব্যৱহাৰৰ কাৰণেহে ইঙ্গিত দিছে। তেওঁৰ মতে নৰক সৰগৰ কথা হৈছে মৰুভূমিত মৰীচিকা বিচাৰি যোৱা। অনন্ত প্ৰয়াসী মানৱ আত্মাৰ চিৰন্তন প্ৰশ্ন 'ক'ৰ পৰা আহিছো?' কলৈ যাম? ওমৰৰ ভিতৰেদি

পূৰ্ণ ৰূপে প্ৰকাশ হৈছে। সংসাৰ চক্ৰত পৰি মানুহে ক্ষন্তেকলৈ জীৱন সমস্যাৰ এই গভীৰ প্ৰশ্ন পাহৰিব পাৰে। কিন্তু সদায় সকলো অৱস্থাতে মানুহৰ মনৰ এচুকত এই প্ৰশ্নই ভুমুকি মাৰে, ক'ৰ পৰা আহিছো কলৈ যাম?

ওমৰৰ শাস্ত্ৰীয় আচাৰগত পদ্ধতিত আস্থা নাছিল। কেৱল উপাসনাবে ঈশ্বৰৰ মনত সন্তোষ দিব পাৰে বুলি তেওঁ বিশ্বাস নকৰিছিল। যি সকলে ধৰ্ম্মৰ মুখা পিন্ধি স্বৰ্গৰ প্ৰলোভনেৰে বা নৰকৰ ভৃত্তি প্ৰদৰ্শাই কোনো কামৰ পৰা আঁতৰাব খোজে তেনেলোকক ওমৰে অন্তৰেৰে ঘিণ কৰিছিল। ওমৰৰ আছিল এক মুক্ত আৰু উদাৰ প্ৰাণ, ধৰ্ম্ম জগতত যিসকলে স্বাধীনচেতা আৰু সংস্কাৰৰ বান্ধোন মুক্ত কৰি মুক্ত ৰাজ্যত বিচৰণ কৰে, তেনেলোকৰ প্ৰতি তেওঁৰ আন্তৰিক শ্ৰদ্ধা আছিল। ওমৰৰ এই ভাৱ ফিটজাৰেল্ডে সুন্দৰ ভাৱে ফুটাই তুলিছে—

"All we see above around,
Is but truth on fairy ground;
All we trust is empty shade,
To deceive our reason made;
Tell me not of Paradise,
Or the beams of huries, eyes,
Who did truth of tale can tell,
Cunning priests invent them so well."

কিন্তু কথা হ'ল ইয়াৰ পৰা ওমৰক নাস্তিক বুলি ক'ব পাৰিনেকি। ওমৰৰ কিছুমান ৰুবাইয়াত পঢ়ি বুজা যায় যে শাস্ত্ৰীয় আচাৰ বিচাৰত তেওঁৰ বিশ্বাস নাথাকিলেও অনন্ত বিশ্বৰ মূল শক্তিৰ ওপৰত তেওঁৰ বিশ্বাস আছিল আৰু বিশ্বৰ মূল মহা শক্তিকে তেওঁ তেওঁৰ শিষ্যসকলক উপাসনাৰ শিক্ষা দিছিল। বৃদ্ধ বয়সত তেওঁ ধৰ্ম্ম কাৰ্য্যত মনোনিবেশ কৰিছিল বুলি শুনা যায়।
ফিটজাৰেল্ডৰ ভাঙনিত আমি দেখো—

"Allah, our Lord is merciful though
just,
Sinner dispair not, but his mercy trust
For though to-day you perish in
your sins
To-morrow He will absolve your
Crumbling dust."

পুনৰ ফিটজাৰেল্ডৰ অনুবাদত ধৰা পৰে যে ওমৰ প্ৰকৃততে নাস্তিক নাছিল—

"Sure of thy grace, for sins why
need I fear;
How can the pilgrim faint whilst
thou art near;
On the last day thy grace will
wash me white
And make my black record to
disappear."

ওমৰৰ অতীতৰ প্ৰতি শ্ৰদ্ধা নাই। অতীতৰ চিন্তাত একো লাভ নাই, মাথোন সময় নষ্ট। মানুহ এদিন নিশ্চয় মৰিব লাগিব।

"আহিলে মৰণ যাবই লাগিব
আন্ধাৰ পুৰীৰ কোনোবা দেশ।
নাই যত সুৰা, নাই যত গান,
অজান দেশৰ কতমো শেষ॥"

সেয়েই যি কেইদিন জীয়াই থকা বৰ্ত্তমান টোক উপভোগ কৰিবলৈ ওমৰে জগতবাসীৰ

প্ৰতি মিনতি জনাইছে।

ধৰা প্ৰাণতম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া।
অতীত ভবিষ্য শোক, দুখ ভয়
আজিৰ ভাৱনা উটাই নিয়া॥"

ওমৰৰ কবিতাৰ শাৰীয়ে শাৰীয়ে অভিমান আৰু কাতৰতা জিলিকি আছে। সেয়েহে তেওঁ প্ৰকৃতিৰ নিৰ্মম বিধানৰ প্ৰতিহিংসা লবৰ কাৰণে নিজক সুৰা আৰু সঙ্গীতৰ মাজত বুৰাই থৈছিল। ধন, যশ গৌৰব একোতে তেওঁৰ স্পৃহা নাই। জগতক যেহেতু অন্ধ নিয়তিয়ে চালিত কৰিছে গতিকে অতীত ভবিষ্যতৰ চিন্তা নিষ্প্ৰয়োজন। কাজেই বৰ্ত্তমানটোকে আদৰি লোৱা। কালিৰ কথা চিন্তা নকৰিবা। (Eat drink and be merry for to-morrow you will die.) কবি ছৰবাই অপূৰ্ব্ব ভাঙনি কৰিছে—

"আজিয়েই দিয়া কালিলৈ কিয়—
কোনে জানে মোৰ কালি কি হ'ব;
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ'ব।"

খৰস্ৰোতা নদী সদৃশ মানুহৰ জীৱন ক'ত, কেতিয়া কেনেদৰে শেষ হৈছে ভ্ৰুক্ষেপ নাই। এই ক্ষন্তেকীয়া পৃথিবীৰ সত্যাসত্য বিচাৰিলে যেহেতু একোৱেই পোৱা নাযায় গতিকে জীৱনৰ একমাত্ৰ সাৰ গোলাপী ওঁঠৰ পৰশ আৰু সুৰাপান— জীৱনত মাথো সাৰ সুৰাপান বাকী সকলোটি তেনেই মিছা।

ওমৰৰ ৰুবাইয়াতত পৃথিবীৰ পৰা নিঃশেষ হৈ যোৱা প্ৰতিটি বস্তুৰ কদৰ্য আৰু সৌন্দৰ্য্যতে ওমৰৰ প্ৰাণৰ আকুল অনুভূতি পাৰ ভাঙি ওলাইছে, ওমৰৰ সাৰ্থকতা এইখিনিতেই আৰু ইয়াতেই তেওৰ কাব্যৰ প্ৰাচুৰ্য্য। ওমৰৰ ৰুবাইয়াতৰ শাৰী প্ৰতিটিৰেই অৰ্থ গভীৰ। ওমৰৰ বিষয়ে এটি সত্য বিচাৰি পোৱা যায় যে ঈশ্বৰ আৰু ঈশ্বৰৰ এই পৃথিবীত মানুহৰ ভূমিকা— এই সমন্ধে ওমৰে যিমানেই যি নকওক তাতেই ওমৰৰ ভগবৎপ্ৰেম সম্পূৰ্ণৰূপে প্ৰকাশ পাইছে। কাৰণ যি ঈশ্বৰক ভাল পাব পাৰে তেওঁহে ঈশ্বৰৰ নানা ব্যাখ্যা কৰিব পাৰে। ওমৰে তেওঁৰ ৰুবাইয়াতবোৰৰ যোগেদিয়েই অন্তৰৰ সমূহ উদাৰতা, সৰলতা উৎসুকতা ব্যক্ত কৰি মানৱজাতিক প্ৰেমৰ অভিবাদন জনাইছে। মানুহক এই জটিল পৃথিবীলৈ দুদিনৰ কাৰণে আহি ওমৰে আনন্দৰ নিজৰাত ডুব মাৰিবলৈ কৈছে।

---

"কুৰি মহলা ওখ এটা ধুনীয়া অট্টালিকা গঢ়ি তোলাত যিদৰে আনন্দ আৰু গৰ্ব্বৰ স্থল আছে, চৌধ শাৰীৰ এটা চনেট লিখাত নাইবা নৈৰ বুকেদি সবল বাহুৰে ব'ঠা মাৰি নাও বাই যোৱা নাৱৰীয়াটোৰ এখন ছবি অঁকাটো জানো সমান আনন্দ আৰু গৌৰৱৰ ঠাই নাই?"

## তিনিজন

# 'লালবাহাদুৰ'

( ৰম্য ৰচনা )

অধ্যাপক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা

কোনো মৰে হাড়ে হাড়ে; কোনো মৰে মঙ্গহ ভাবে। এই দুনীয়াটো কিছুমান মানুহ মৰিছে খাবলৈ নোপোৱাৰ কাৰণে আৰু কিছুমান মৰিছে বেচিকৈ খোৱাৰ কাৰণে। জেওৱাখৰি যেন শুকান জৰ্জ বাৰ্ণাড শ্বক ঢোলপেটা আল্ফ্ৰেড হাইচকে এদিন লগ পাই ঠাট্টা কৰি কলে "শ্ব' তোমাক দেখিলে এনে ভাব হয় পৃথিবীত যেন এটা দাহবৰ দুৰ্ভীক্ষ হে হৈছে।" টেত কুটীয়া শ্বই ততালিকে উত্তৰ দিলে — "অৱশ্যে তোমাক দেখি বুজিব পাৰিব যে সেই দুৰ্ভীক্ষৰ কাৰণ তুমিয়েই।" এইটো এটা খুহুটীয়া কথা হলেও পৃথিবীৰ কিছুমান দেশত 'খাদ্য প্ৰাচুৰ্য্য আৰু আন বোৰৰ অনাটনলৈ লক্ষ্য ৰাখিলে এই কথা সহজে উপলব্ধি কৰিব পাৰি যে কোনো মৰে হাড়ে হাড়ে, কোনো মৰে মঙ্গহ ভাবে।

তাহানি কৰ্ণৰ ভৰত পৃথিৱী তিনি আঙুল ডুবি থকাৰ দৰে পৃথিৱীৰ কোনো কোনো দেশ যে জনগণৰ ভৰত অচিৰে সাগৰৰ গৰ্ভত ডুব নেযাব আৰু দাঁতৰ আগেৰে তাক পুনৰুদ্ধাৰ কৰিবলৈ স্বয়ং বিষ্ণুৱে বৰাহ অৱতাৰ পৰিগ্ৰহ কৰিব নালাগিব তাৰ কি মানে আছে? ইংলেণ্ডৰ এজনী দুঃসাহসী ছোৱালীয়ে বোলে ইতিমধ্যে চাহাৰা মৰুভূমিত গছবোৰা কাম আৰম্ভ কৰিছেই। তাহানি তপস্যাৰ বলত বিশ্বামিত্ৰ ঋষিয়ে বেলেগ সৃষ্টি কৰাৰ দৰে এতিয়াও যদি আধুনিকা গাভৰু ছোৱালীহঁতে চাহাৰা মৰুভূমিৰ ওপৰত দ্বিতীয় এখন ইউৰোপৰ সৃষ্টি কৰে ( চাহাৰা মৰুভূমিৰ মাটিৰ কালি প্ৰায় ইউৰোপ মহাদেশৰ সমান ) তেনেহলে আমাৰ দ্বিতীয় প্ৰস্তাবটো হব হিমালয় পৰ্ব্বতটো খান্দি নি ভাৰত মহাসাগৰৰ বিৰাট অংশ এটা বাম কৰি পেলোৱাটো। তেতিয়া ভাৰতৰ জন-সংখ্যা তিনিগুণ বৃদ্ধি হলেও কাৰো মূৰ ঘুমাব লগা নহব। কিন্তু মানুহৰ সংখ্যা বৃদ্ধিৰ অনুপাতে পৃথিৱীত পাপৰ মজিয়াখনো বৰ বেছি বহল হৈ গৈ আছে বুলি এজন কবি ( চন্দ্ৰকুমাৰ আগৰৱালাই ) যে অক্ষেপ কৰি কৈছে—

"আঙুলি বুলাব জনাহ'লে অজি
পেলালো হেতেন টানি
হিমালয় চূড়া বুৰালোঁ হেতেন
উচালি কলীয়া পানী
পাপৰ মজিয়া নিয়ালো হেতেন
আঠাই সাগৰৰ তল
ব্ৰহ্মাণ্ডৰ চিন থাকিলহেতেন
মাথো সাগৰৰ জল।"

কিন্তু আমাৰ এটা দাম্ভৰ দোষ বা দুৰ্ব্বলতা যে আমি কবি নহওঁ আৰু সেয়েহে 'কলীয়া পানী উচালি' হিমালয় চূড়া বুৰাব নেজানো আৰু পাপৰ মজীয়াও আঠাই সাগৰৰ তল নিয়াব নোৱাৰো।

আমি অহিংস গান্ধীৰ দেশৰ মানুহ গতিকে পৃথিবীৰ জনসংখ্যা অদ্ভুত ধৰণে কমাই দিবলৈ এট'ম বোমা তৈয়াৰ কৰি এখন পিকিং এখন বাৱলপিণ্ডি ধ্বংসও কৰি দিব নোখোজোঁ। আমি প্ৰত্যেকেই একুৰি ডেৰকুৰি ল'ৰাছোৱালীৰ বাপেক মাক হৈ নিজে চকু মুমুদাৰৈলেকে হাত সারটি বহি থাকিম—কাৰণ আমাৰ ভবিষ্যৎ নাতি-পুতিয়ে চন্দ্ৰলোকত বা মঙ্গল গ্ৰহত ভৱিষ্যতে পাম পাতি খেতি-বাতি কৰি তাৰ পৰাই আমাৰ পিণ্ড দি থকাটো এতিয়া প্ৰায় থাতাং হৈছে।

যাহওক পৃথিবীৰ এই বৰ্দ্ধিষ্ণু জনসংখ্যা আৰু ক্ষয়িষ্ণু সুবিচাৰ আৰু নৈতিকতাক লৈ মুৰ ঘূমুৰাটো আমাৰ আজি এই ক্ষুদ্ৰ প্ৰৱন্ধৰ উদ্দেশ্য নহয়। আমাৰ এই ক্ষুদ্ৰাতি-ক্ষুদ্ৰ প্ৰৱন্ধৰ ভুৰুকাত এই অগণন 'নৰমনিচৰ' মাজৰ পৰা তিনিজনকহে বহুত যত্নেৰে ধৰি আনি ভৰাব খুজিছোঁ—তিনিওজনৰ নাম 'লালবাহাদুৰ'।

তাৰে প্ৰথমজন লালবাহাদুৰৰ ঘৰ আমাৰ কাষঁ, হাঁচি আৰু হামিয়ে ঢ়ুকি পোৱাৰ ভিতৰতে। বাল্যকালত পৈতৃকসূত্ৰে অপৰ্য্যাপ্ত ধন-সম্পত্তিৰ অধিকাৰী হৈয়ো তেওঁ চেক্স্পীয়েৰৰ 'ৰোমিয় জুলিয়েট' নাটকৰ ৰোমিয়'ৰ পাৰ্টটিহে সাৰ্থকভাৱে পৰ্য্যাপ্ত পৰিমাণে অভিনয় কৰিবলৈ ধৰিলে। (সেয়ে জানিবা ৰঙ্গমঞ্চত নহয় চাৰিআলিৰ চুকত)। তেওঁৰ জন্ম পত্ৰিকাত কি নাম ৰহিছিল তালৈ গণাগন নকৰি আধুনিকা জুলিয়েট সকলে তেওঁ সততে পৰিধান কৰা ৰঙা-গুলপীয়া উৰ্দ্ধবস্ত্ৰ এখনিলৈ লক্ষ্য ৰাখি তেওঁৰ অনিয়মিত আৰু মৌখিক জন্মপত্ৰিকা ৰচনা কৰি তেওঁৰ নামাকৰণ কৰিলে 'লালবাহাদুৰ'। পাছে আমাৰ প্ৰৱন্ধৰ নায়ক প্ৰথমজন লালবাহাদুৰৰ 'দোস্ত' আৰু 'দুষ্মন'ৰ সংখ্যা পৃথিবীৰ জনসংখ্যাৰ দৰেই অদ্ভুত হাৰে বাঢ়ি যাবলৈ ধৰিলে। লাহে লাহে তেওঁৰ 'দোস্তৰ লগত মদ্যপান আৰু 'দুষ্মন'ৰ লগত মুষ্টাঘাটৰ সুখ্যাতি মহামান্য কংগ্ৰেছ চৰকাৰ বাহাদুৰৰ কৰ্ণগহ্বৰত প্ৰৱেশ কৰাত আগৰ বৃটিছ চৰকাৰ বাহাদুৰৰ দিনৰ ৰায়বাহাদুৰৰ জুলপিগুৰ আশা-ভাৰষাৰ স্থল এতিয়া কংগ্ৰেছৰ দিনত 'লালবাহাদুৰ' হোৱাত ভাল আমৰ পুলি ৰকৰাণিত গজাৰ অপবাদ সহ্য কৰিব নোৱাৰি দয়াপৰৱশ হৈ 'লালবাহাদুৰৰ' ৰক্ষণাবেক্ষণ, ভৰণপোষণ আৰু সম্ভৱতঃ চৰিত্ৰ সংশোধনৰ ভাৰ নিজে গ্ৰহণ কৰি 'দোস্ত' আৰু 'দুষ্মনৰ কৱলৰ পৰা তেওঁক উদ্ধাৰ কৰি 'ৰঙাফিটা আৰু ৰঙাবেৰৰ মৰমৰ বান্ধোনেৰে তেওঁক বন্দী কৰি দৰিদ্ৰৰ 'বেহেস্ত'ত স্থান দিলে। শুনি সুখি হৈছো যে উক্ত 'বেহেস্ত'তে তেওঁ বৰ্ত্তমান বেতৰ মুঢ়া সাজি আৰু গীতাৰ শ্লোক মুখস্থ কৰি পৰম শান্তিৰে বাস কৰি আছে। আৰু এই মৰমৰ বান্ধোন চিঙি আহি চাহাৰা মৰুভূমিত গছ ৰুই পৃথিবীৰ জনসংখ্যা বৃদ্ধিৰ সমস্যা সমাধানৰ সংকল্প কৰিছে।

আমাৰ প্ৰৱন্ধৰ নায়ক দ্বিতীয়জন 'লালবাহাদুৰৰ' ঘৰ হিন্দুৰ দ্বিতীয় কৈলাসধাম বাৰাণসীত। সৰুতে বাপেক মৰাত তেওঁ হেনো

ভীমকল আৰু পইতা ভাত খায়েই কেতিয়াবা স্কুললৈ গৈছিল। আকৌ বোলে এবাৰ নাৱৰ ভাৰা দিবলৈ পইচা নথকাত তেওঁ হেনো সাঁতুৰিয়েই হিন্দুৰ পবিত্ৰ নদী বিষ্ণু পাদোদকী গঙ্গা পাৰ হৈ গৈ তিতি-বুৰি জুৰুলা হৈ স্কুল ওলাইছিলগৈ। কটীয়া মটীয়া ভুটুক-টুকা এইজন লালবাহাদুৰ ৰেল মন্ত্ৰী হৈ থাকোতেই এবাৰ কাশীৰ কুম্ভমেলালৈ মাকৰ আচলত ধৰি যাওঁতে গুৰি পকৰাৰ থোপা যেন মানুহৰ মাজত হেৰাই গ'লত মাকে হেনো ওচৰৰ ৰেল ষ্টেচনৰ কেৰাণীৰ ওচৰত অলপতে ৰেল বিভাগৰে কিবা চাকৰি এটাত সোমোৱা 'লালবাহাদুৰ শাস্ত্ৰী' নামেৰে কটীয়া লৰাটো বিচাৰি দিবলৈ খাটিছিল। কিন্তু এই লালবাহাদুৰ বৰীটো চকুত ঘহি দিয়াতহে 'নেহৰুৰ পাছতনো ভাৰতৰ প্ৰধান মন্ত্ৰী কোন হ'ব দেহি ঐ বুলি ৰাতিও টোপনি নোযোৱা আমেৰিকান আৰু ইংৰাজ বিলাকৰ চকুত চিল্‌মিল্‌কৈ টোপনি আহিছে বুলি শুনিছোঁ। বিলাতত টৌখুটিৰ জুতি নেৰা ধুতিহলো এইজন গুৰিপকৰা প্ৰধান মন্ত্ৰী লালবাহাদুৰে যেতিয়া লাল চকুৰে পাকিস্থানক কেঞা আঙুলি আৰু চীনক বুঢ়া আঙুলি দেখুৱাই সিংহনাদ কৰিলে বোলে "মোৰ ভাৰত অকলে চীন আৰু পাকিস্থানৰ সম্মুখীন হবলৈ সক্ষম" মিঃ জনচনে তেতিয়া মিঃ শাস্ত্ৰীক এসাজ হেপাহ পলুৱাই খাই আহিবলৈ নিমন্ত্ৰণ কৰিলে। (তাহানিৰ শিয়াল আৰু বগলীৰ নিমন্ত্ৰণৰ দৰে নহয়তো?) অৱশ্যে এতিয়া পঞ্চতন্ত্ৰৰ দিন নাই গণতন্ত্ৰৰ দিন। আমেৰিকানবোৰে অৱশ্যে আমাৰ লালবাহাদুৰক কেৰাণীৰ হে কথাই কামে দেখাবুলি কৈ আহি এতিয়া তেওঁৰ মুখত ভীমৰ সিংহনাদ শুনি অলপ উচপ্‌ খোৱাৰ ভাও জুৰিছে। কিন্তু আমাক হলে দেশৰ শ্ৰীবৃদ্ধিক 'ৰঙাকিটা'ৰ মেৰপাকৰ পৰা মুক্ত ৰাখিব পৰা এজন কেৰেণী লালবাহাদুৰবো দৰকাৰ। তাহানিথনৰ ভীমে দুঃশাসনৰ ৰক্তপান আৰু দুৰ্য্যোধনৰ উৰুভঙ্গ কৰাৰ দৰে কলিকালৰ বাওনা ভীমসেনে ভুট্টোৰ মন্ত্ৰীত্বপদ পতন ঘটাবলে নাই চৌ-এন-লাইৰে কান্ধত উঠি নাচিব আমি এতিয়াও মুৰ ঘূমনিৰ হাত সাৰিব পৰা নাই এখোন। কিন্তু জয়দ্ৰথৰ হাতত ভীমৰ এদিনলৈ পৰাজয় হোৱাৰ দৰে সোমবাৰে এসাজ লঘোন দিবলৈ সংকল্প কৰি লালবাহাদুৰ ভীমে হলে কমিউনিষ্ট জয়দ্ৰথৰ হাতত হাঁহিয়াতৰ পাত্ৰ হোৱা আমি নিজ চকুৰে দেখিও নিজ কানেৰে শুনিও "মৌনেন সম্মতি লক্ষণম্" দেখুৱাই আহিছোঁ।

আমাৰ প্ৰৱন্ধৰ তৃতীয়জন নায়ক শ্ৰীমান লালবাহাদুৰৰ এতিয়াও পৃথিৱীত জন্ম হোৱা নাই আৰু সুদূৰ ভৱিষ্যতত জন্ম হোৱাৰ আশাও নাই বুলি শুনি হতাশাৰ হুমুনিয়াহ পেলাই আছোঁ আৰু তেতিয়ালৈকে আমাৰ প্ৰৱন্ধও অসমাপ্ত অৱস্থাতে ৰাখিবলৈ সংকল্প (বৰ দৃঢ় সংকল্প নহয় অৱশ্যে) কৰিছোঁ। এই ভৱিষ্যতে জন্ম হব লগা তৃতীয় জন লালবাহাদুৰে বিশ্ব ব্ৰহ্মাণ্ডৰ এটি ক্ষুদ্ৰাতিক্ষুদ্ৰ গ্ৰহ এই পৃথিৱী বোলা ঘূৰণীয়া পদাৰ্থটিৰ ওপৰত যাতে এটি চৰকাৰ বিশ্ব চৰকাৰৰ প্ৰতিষ্ঠা কৰিবলৈ ভগবানৰ ওচৰত তাহানি দৈত্যৰাজ হিৰণ্যকশিপুৰ দৰে তপস্যা কৰিব—যেনে হিৰণ্যকশিপুৰ তপস্যাৰ মাহমা

"আকাশ চাই উৰ্দ্ধবাহু হুই।
থাকিলা ভূমিক অঙ্গুষ্ঠে চুই॥
জটাৰ দীপিতি দেখন্তে ত্ৰাস।
প্ৰলয় সূৰ্য্যৰ যেন প্ৰকাশ॥
ব্ৰহ্মাক চিন্তিয়া আছে মনত।
বহি গৈল দিব্য বৰিষ শত॥
ঢাকিল তনু উই মাটি তুলি।
শৰীৰৰ মাংস খাইলে সমুলি॥
গজিল তাহাঙ্ক ঢাকি বেকঝাৰ।
তথাপি কাটাক্ষো নাহিকে তাৰ॥
শিৰত বহ্নি বঝাই তমোময়।
তাৰ তাপে ভৈল জগতে ভয়॥
সঘনে ভূমি কাম্পে নিৰন্তৰ।
খলকিল ত্ৰাসে সাতো সাগৰ॥
সম্বতৰে তাৰা গ্ৰহ অসংখ্যাত॥
দশোদিশে ভৈল উল্কাপাত॥

পাচে এওঁৰ এনে কঠোৰ তপস্যাত মুগ্ধ হৈ স্বয়ং ভগবানে এওঁক পৃথিবীত এটি সৰ্ব্বক্ষমতা সম্পন্ন চৰকাৰ প্ৰতিষ্ঠা কৰিবৰ কাৰণে অনুমতি দান কৰিব। তেতিয়া এটোম বোমা, 'হাইড্ৰোজেন বোমা" আদি পৃথিবীৰ মাৰাত্মক অস্ত্ৰবোৰ এওঁৰ আয়ত্বাধীন হব। সেইবোৰৰ ভয় দেখুৱাই এওঁ পৃথিবীৰ বল দৰ্পিষ্ঠ ৰাষ্ট্ৰবোৰ আঙুলিৰ ঠাৰত নচুৱাব। চন্দ্ৰকুমাৰ আগৰৱালাৰ সপোন এইজন লালবাহাদুৰৰ হাততে ফলিয়াব। অৰ্থাৎ এওঁ 'আঙুলি বুলাৰ' জানিব আৰু 'কলীয়া পানী উচালি' 'হিমালয় চূড়া' বুৰাব আৰু পাপৰ মজীয়াও আঠাই সাগৰৰ তললৈ নিব। এওঁ চীনৰ পৰা বিশ কোটি মান মানুহ যোগৰ বলেৰে আকৰ্ষণ কৰি নি আফ্ৰিকাৰ জনবসতি হীন অৰণ্যবোৰ চাফ কৰাদি তাত থাকিবলৈ দিব আৰু চাহাৰা মৰুভূমি খনো গছ ৰোৱাই জনবসতিপূৰ্ণ কৰি পেলাব। ভাৰতৰ নিৰন্নুৱা মানুহখিনি আৰু আয়ুব ভূট্টোৰ ধৰ্মান্ধ বহতীয়া দলটোক এওঁ অষ্ট্ৰেলিয়াৰ হাবিবোৰ ভাঙি তাত সোণৰ খনি আবিস্কাৰ কৰিবলৈ লগাই দিবগৈ। লেটিন আমেৰিকাৰ ওপৰঞ্চি খাদ্য দ্ৰব্য আৰু শিল্পজাত দ্ৰব্যবোৰ এওঁ দুখীয়া দেশবোৰৰ মাজত বিনামূল্যে ভগাই দি আমেৰিকানৰ অহঙ্কাৰ চূৰ্ণ কৰিব। এওঁৰ আঙুলিৰ ঠাৰত নচা বৈজ্ঞানিক সকলে উত্তৰ মেৰু আৰু দক্ষিণ মেৰুৰ দেশ বিলাকৰ পৰা বৰফ আঁতৰোৱা আৰু শীত নিয়ন্ত্ৰণ কৰা কৌশল আবিস্কাৰ কৰিব। 'আল্লা 'ঈশ্বৰ,' 'গদ' আদি ভগবানৰ বিভিন্ন নামবোৰ লৈ যি গণ্ডগোলৰ সৃষ্টি হৈছে এওঁ পৃথিবীত এটা ভাষা আৰু এটা ধৰ্ম্ম স্থাপন কৰি এইবোৰ নাইকিয়া কৰি পেলাব। পৃথিবীত যিবোৰ মানুহে ধৰ্ম্মৰ নামত, গাৰ ছালৰ ৰং তাৰ নামত, ভাষা বা স্বদেশপ্ৰেমৰ নামত বিভেদ সৃষ্টি কৰিবলৈ যত্ন কৰে এওঁ সেইবোৰ মানুহক লোহাৰ শলা তপতাই টপিনাত দাগ দিব। টপিনাত দাগ দিওঁতে এই বিভেদ কামী মানুহবোৰৰ চিঞৰত গগণ ফলাব আশংকা আছে সেই চিঞৰত আমাৰ কাণ ফটাৰ ভয়ত ইমানতে আমাৰ প্ৰবন্ধৰ সামৰণি মাৰিলো।



শ্রীনগেন্দ্ৰ নাৰায়ণ শৰ্ম্মা
( স্নাতক শাখা )

# —এই যাত্ৰা জয় যাত্ৰা—

শৈলেনে ভালকৈ জানে যে পঢ়াত সুনাম অৰ্জ্জন কৰিবলৈ হলে, দেউতাক, ওচৰ চুবুৰীয়া আৰু শিক্ষক সকলৰ স্নেহভাজন হবলৈ হলে সি নিশ্চয় কম বেছি পৰিমানে নীৰৱ সাধনাত ৰত থাকিব লাগিব। অৱশ্যে সি জানিয়েই ক্ষান্ত নাথাকে। সংসাৰৰ বা-ৰতাহে কিঞ্চিৎ গাঢ় ভাৱে পৰশা দিন ধৰি অৰ্থাৎ সপ্তম মান শ্ৰেণীৰ পৰাই তাৰ অধ্যয়ন স্পৃহা থকা মনটোৰ পৰিচয় দিবৰ কাৰণে যৎপৰোনাস্তি চেষ্টা চলাই আহিছে।

দুৰ্ভাগ্য বশতঃ মধ্য ইংৰাজী স্কুলত থকা অৱস্থাতেই তাৰ চিৰচেনেহৰ মাক,-দেউতাক আৰু ভায়েক দুটাক এৰি থৈ চিৰদিনৰ বাবে নৈসৰ্গিক পৃথিৱীখন এৰি গুছি যায়। মাকৰ অফুৰন্ত মৰমৰাশিৰ পৰা বঞ্চিত হৈ কিছু পৰিমানে অকলশৰীয়া অনুভৱ কৰিছিল যদিও আজৰি সময় চোৰা ভায়েকহঁতৰ লগত বং ধেমালিত অতিবাহিত কৰাৰ কাৰণে আৰু দেউতাকে সম্পূৰ্ণ চকু ৰখাত বিশেষ চিন্তা কৰিব লগা একো নাছিল। তেনে এটা পৰিবেশৰ লগত নিজকে খাপ খুৱাই লৈ সি এম-ই পৰীক্ষাতো ভাল দৰে পাচ কৰে। ভায়েকহঁতো ক্ৰমান্বয়ে ওপৰ শ্ৰেণীলৈ উত্তীৰ্ণ হৈ আহি আছে। হাইস্কুলত ভৰ্ত্তি হৈয়েই শৈলেনে তাৰ অনুসন্ধানী মনটোৰে বিভিন্ন স্বপ্নৰ সৃষ্টি কৰিবলৈ ধৰিলে। সি নিজবংশটোৰ ভিতৰত একন শিক্ষিত ব্যক্তি হৈ— তাৰ পৰিয়াল, বংশ আৰু গাওঁখনৰ এদিন আমোল পৰিবৰ্ত্তন আনিব বুলি কৃতসংকল্প হল।

কিন্তু তাৰ মধুৰ স্বপ্নবোৰৰ সফলতা পথত বিৰাট অন্তৰায় হ'ল দেউতাক। নানা অজুহাত

দৰ্শাই জীৱনৰ শেষ বয়সত জ্বলি উঠা অতৃপ্ত কামনাৰ জুই কুৰা নিৰ্ব্বাপিত কৰিবলৈ অনা মাহীয়েক জনী আৰু মাহীয়েকক অনাৰ এবছৰৰ পিচত উন্তৰ হোৱা দেউতাকৰ নেৰানেপেৰা দুৰাৰোগ্য ব্যাধি। ক্ৰমাগত সি বহুত প্ৰয়োজনীয় সা-সুবিধাৰ পৰা বিৰত থাকিব লগা হ'ল। অৱশেষত প্ৰধান আহাৰ মুঠিৰেই অনাটন হোৱাত সি চাৰিমাইল দূৰৈত থকা স্কুললৈ খোজ কাঢ়ি যোৱা হয় কেনেকৈ সেই চিন্তাত মগ্ন হল। শৈলেন এতিয়া চিন্তা সাগৰত পৰি পাৰ নোপোৱা হ'ল। দেউতাকে কেইদিনমানৰ কাৰণে আৰোগ্য হলেই কিছুদিনৰ কাৰণে বাইজৰ পৰা ধান চাউল সংগ্ৰহ কৰাত ব্যস্ত হৈ পৰে। দেউতাক যে সম্পূৰ্ণ আৰোগ্য নহয় সেইটো পৰিয়ালৰ প্ৰতিজনেই জানে। আৰোগ্য পোৱা কেইদিন অবিৰাম গতিত ৰ'দ বৰষুণ নগণি ঘূৰি ফুৰাৰ কাৰণে দেউতাকে ৰাতি অসহ্য যান্ত্ৰণা ভোগ কৰিব লগা হয়। শৈলেনে সেই করুণ দৃশ্য দেখি সহ্য কৰিব নোৱাৰি নীৰৱে চকুলো টোকে আৰু খোৱা অন্ন মুঠি দেখিয়েই সেই মুঠি কেনেকৈ মিলিছে তাক চিন্তা কৰি সি অতিষ্ঠ হৈ পৰে।

শৈলেনে অৱশেষত শেষ সিদ্ধান্ত কৰি পেলালে যে দেউতাকৰ কষ্টোপাৰ্জিত ভিক্ষান্ন খাই সি আৰু সেইখন ঘৰত নাথাকে। বাস্তৱৰ কঠোৰ আঘাতত গোটেই সংসাৰখনকে ভীষণ নগ্ন বেশত দেখি তাৰ অন্তৰ ভাগি গল। যদিও সি ঘৰত থাকিয়েই চকু-কাণ মুদি সকলো জ্বালা-যন্ত্ৰণা সহ্য কৰি প্ৰবেশিকা পৰীক্ষাতো দিয়াৰ স্থিৰ কৰিছিল কিন্তু সি উৎকট নগ্ন দাৰিদ্ৰ্যৰ নিৰ্ম্মম পীড়নত বাকী দিনবোৰ অতিবাহিত কৰা অসম্ভৱ যেন দেখিলে।

ভাৰাক্ৰান্ত বেদনাৰ দুৰ্ব্বহ বোজাটো পাতলোৱাৰ আশাৰে, নগৰৰ কোনোবা এজন শিক্ষিত আৰু ক্ষমতাপন্ন লোকৰ আশ্ৰয়ত থাকি অনাগত ভবিষ্যতৰ স্বপ্নবোৰ বাস্তৱত ৰূপ দিয়াৰ মানসেৰে শৈলেন ডিচেম্বৰৰ হাৰ কঁপোৱা জাৰৰ এটা পুৱাত নগৰৰ অভিমুখে খোজ ললে। বাটত অকলসৰে গাঁৱৰ মাজৰ সোণালী শস্যৰে ভৰা বহল পথাৰবোৰ, চাৰিমাইল দূৰৈত থকা সি পঢ়া স্কুলখন আৰু সহপাঠি প্ৰশান্ত, অসীম, বীৰেণ, কমলহঁতৰ চিন্তা কৰি আৰু সেইবিলাকৰ পৰা বিচ্ছেদ হব লগা হোৱাত তাৰ অন্তৰ ভাগি যায়। যদিও শৈলেনে জানে যে জীৱন যুদ্ধত প্ৰতিমানৱেই সিংহ বিক্ৰমেৰে যুঁজিব লাগিব আৰু স্মৰণাতীত কালৰ পৰাই নিৰৱিচিন্ন ভাৱে যুঁজি আছেই— জয় পৰাজয় বিভুৰ হাতত। কিন্তু সিওটো কম কষ্ট কৰি থকা নাই। পঢ়াশুনা কৰা, স্কুললৈ যোৱা, ভায়েকহঁতৰ তত্বাবধান লোৱা, গৰু কেইটা প্ৰতিপাল কৰা, ঘৰৰ যাৱতীয় বস্তুবিলাকৰ চকু ৰখা আদি কামবোৰ কৰি থকা স্বত্বেও বাৰু কিয় ইমান অশান্তি ভোগ কৰিব লগা হৈছে। তাৰ চকুৰ আগতে তাৰ সমনীয়া বহুতো ছাত্ৰই কেৱল মাত্ৰ স্কুল কলেজলৈ গৈ, সকলো সুবিধা ভোগ কৰি স্বচ্ছন্দ ভাৱে দিন অতিবাহিত কৰি আছে। এই বৈষম্য বাৰু কিয় হবলৈ পাইছে? ভগবানৰ আন এটা নাম দয়াময় তেওঁটো নিজৰ সৃষ্টিত হাহাঁকাৰ দেখি কেতিয়াও ভাল নাপায়? আৰু যদি কিবা পাপ আচৰণ কৰাৰ নিমিত্তে আমাৰ

এই অৱস্থা হৈছে— কিন্তু তেনে দোষণীয় অপৰাধ কৰাও মনত নপৰে ? এই একেটা প্ৰশ্নকে শিক্ষক সকলক সুধিও সি সন্তোষজনক উত্তৰ নাপাই নিজে নিজে প্ৰশ্ন কৰি নিজেই সমাধান কৰি থাকে। এনে ধৰণৰ পাৰহীন চিন্তা কিছুমান কৰি কৰি শৈলেন নগৰ পালেগৈ।

সি দিনৰ সৰহখিনি সময় উপযুক্ত এজন লোকৰ অনুসন্ধানত নগৰখন চলাথ কৰিলে। কেইবাজনো অধ্যাপক, উকীল আৰু ব্যৱসায়ী লোকক লগ ধৰিলে— প্ৰতিজনে কেৱল সম্পূৰ্ণ ৰূপে ব্যস্ত থাকিব পৰা মানুহকহে ৰাখিব পাৰে, পঢ়িবলৈ ইচ্ছা থকা লৰা ৰাখিব নোৱাৰে। অৱশেষত বিয়লি বেলিকা এজন প্ৰতিষ্ঠাবান উকীলে কেইটামান সৰ্ত্তত তাক তেওঁৰ ঘৰত থাকিবলৈ সন্মতি দিলে। যথা সময়ত ভায়েক হঁতক দেউতাক-মাহীয়েকৰ ওপৰত ভাৰ দি আৰু ঘৰখনলৈ থকা গুপুত অকপত মৰমবোৰৰ প্ৰমাণ চকুলোৰে দি অনিচ্ছা স্বত্বেও সকলোৰে পৰা বিদায় লৈ উকীলৰ ঘৰলৈ আহিল।

শৈলেনে এইয়া জীৱনৰ দ্বিতীয় স্তৰত উপনীত হৈ নিজক জীয়াই ৰখাৰ উপৰিও যে এজন সুনাগৰিক হৈ জন্মভূমীৰ উদ্দেশ্যে কিছু কৰিব লাগে— সেই অৰ্থে সাজু হৈছে। সি ভাবিছিল যে শিক্ষিত আদহীয়া বয়সৰ এই ভদ্ৰলোকজনে নিশ্চয় মোৰ সকলো কথা বুজিব আৰু অন্ততঃ মোক মানুহ কৰাৰ পথত যথেষ্ট সহায় কৰিব। সি উকীলৰ ব্যাহ্যিক ব্যৱহাৰ আৰু আচৰণত মুগ্ধ হৈছিল আৰু আন আন লোকৰ পৰাও সি তেওঁৰ সদগুণ কিছুমান শুনিছিল। শৈলেন ছাত্ৰ অৱস্থাতেই আছে যেতিয়া তেওঁ পুতেক জীয়েকৰ পৰা, মাজে সময়ে তেওঁৰ পৰাও তাৰ পাঠবোৰ বুজি লবলৈ খুব সুবিধা হব বুলি ভাবি আত্মতুষ্টি লভিছিল। সি অৱশ্যে এইটোও নভবাকৈ নাছিল যে 'অপৰিচিত এটা পৰিয়ালত থাকি নিজক গঢ় দিবলৈ আহিছো যেতিয়া তেওঁলোককো যিমান দূৰ সম্ভৱ সকলো ফালৰ পৰা সহায় কৰিম আৰু সমস্ত ঘৰখনকে নিজৰ বুলি ভাবিম।'

শৈলেন গৈ পালতে উকীলনীয়ে কেইটামান Ready made প্ৰশ্ন কৰি তাৰ উত্তৰ ললে আৰু তাক থাকিবৰ কাৰণে মটৰ গেৰেজৰ গাতে লাগি থকা চালিখন দেখুৱাই দিলে। তেওঁ শৈলেনক কাঠৰ তক্তা কেইচতামান আৰু বাহঁ এডোখৰ দেখুৱাই দি তাৰে পঢ়া চাং এখন সাজিলবলৈ কলে। শোৱাৰ বিচনা ধৰি থোৱা আওপুৰণি চালপীৰাখন আৰু মৌ বাকচ এটা বাহিৰ চাং এখনত থৈ উৰ্‌ঁলি যোৱা চকী এখন আনিবলৈ দেখুৱালে। শৈলেনেও কাপোৰ কানি থোৱাৰ আশা কৰি লগত একো নিনিলে, ফলত সি Dining table ৰ ওপৰত পৰা কেইবা ঠাইটো ফটা 'বাগৰ' নিচিনা কাপোৰ এখন গাত লৈ, বস্তা মুৰৰ শিতানত লৈ ম'হৰ কামোৰত ৰাতিবোৰ কটাব লগা হল। সি 'বিদ্যাৰ্থী চ তৎজেৎ সুখম' কথাষাৰ মনত পেলাই নীৰবে সকলো সহ্য কৰি গ'ল।

পত্নীৰ অনুগত উকীলে তাক আইদেউৱেকে ( উকীলনীয়ে ) যি কৰিবলৈ কয় তাকে কৰিবলৈ আৰু ৰাতিপুৱা খুব সোনকালে উঠি আৰু গধূলি দোকান বজাৰ কৰি আহি অলপ পঢ়িবলৈ কয়— যিহেতু প্ৰবেশিকা পৰীক্ষালৈ তিনিমাহকে

নাই গতিকে মন দি পঢ়িব লাগিব। শৈলেন এতিয়া পাৰৰ মুকলিমুৰীয়া, অনাবধৰ অকৃত্ৰিম আনন্দহাৰা এৰি আহি পিঞ্জৰাৰ মাজত আৱদ্ধ হ'ল।

ঘৰত যি এসাজ খাবলৈ পাইছিল তাক সুখেৰে খাই, চিন্তাক্লিষ্ট মনটোক অকমান ওলাই গৈ বন্ধু-বান্ধৱৰ লগত আলাপ আলোচনা কৰি জিৰণি দিবলৈও সময় পাইছিল কিন্তু নগৰৰ এই ঘৰখনত সেইকন সুখৰ পৰা বঞ্চিত হ'ল। সি 'বাহিৰা লৰা' যেতিয়া সকলো কাম কোৱামতে চিজিল কৰি থবই লাগিব। সি প্ৰকাণ্ড বাৰীখনত থকা গছ পুলিৰ গুৰিবোৰ চকা কৰা, শাক পাচলিৰ পুলিবোৰ খুচৰি পানী দিয়া, গৰু জেওৰা ভাঙি সোমালে বাঁহ কাটি জেওৰা দিয়া, পুৱা-গধূলি পুখুৰীৰ পৰা পানী আনি ফুলৰ গুৰিত দিয়া আদি কামৰ উপৰিও— আলহী আহিলে ডায়েৰীৰ পৰা গাখীৰ আনিবলৈ দৌৰ দিব লাগিব, মটৰ হৰ্ণ দিয়া মাত্ৰকে গেট খুলি দিব লাগিব, ওচৰ সম্পৰ্কীয় কোনোবা পৰিয়াল আহিলে লগত যদি 'আয়া' নানে সেইসকল থকা পৰ্য্যন্ত কেচুৱা ৰখাৰ ভাৰও পৰে আৰু দিনটোত তিনিবাৰ Brown ক (কুকুৰটো) গাখীৰত সানি ভাত খুৱাবও লাগিব ইমানবোৰ কাম কৰোতে শৈলেন দৌৰি ফুৰিব লাগে। সকলোৰে খোৱাৰ অন্তত যি এমুঠি খাবলৈ পায় সিও অশান্তিৰ মাজেদিহে। তাৰ ভাগত আগদিনা থকা বা দুপৰীয়াৰ ভাত কেইটাহে পৰে। ভাজি হেনো প্ৰায়ে উকিলনীৰ সৰু লৰাটোৱে খাই পেলাই। কেতিয়াবা আকৌ ভাত খাবলৈ আয়োজন কৰিব খোজোঁতেই শৈলেন হয় সিকৃচাৰ বা তামোল আনিবলৈ যাব লাগিব নহয় বৰষুণ দিয়ে যদি ৰ'দত দিয়া খৰি সুমুৱাব লাগিব। তাৰোপৰি মাজে সময়ে প্ৰতিজনৰ খেচ্‌খচনি, কেটেৰা জেঙেৰা আছেই; আনকি দ্বিতীয় শ্ৰেণীত পঢ়া বুবুৱেও (সৰু লৰাটো) খং উঠিলে তাক stupid বুলিহে যি কোনো কথা কয়।

শৈলেন যোৱাৰ এমাহ মানৰ আগতে বেণু নামৰ ১৭।১৮ বছৰ মান বয়সৰ ছোৱালী এজনীও উকীলৰ মাটি খোৱা মানুহ এজনৰ পৰা লয়। তাইৰ বাপেকৰ চাৰি পাঁচজনী ছোৱালী আৰু দুটা লৰা। উকীলৰ মাটি আধিলৈ খেতি কৰে আৰু কোনো মতে ৭।৮ টা প্ৰাণী বৰ্ত্তি থাকে। বেণুৰ দেউতাক হলিৰামে প্ৰথমে তাইক নিদিও নথও কৰিছিল কিন্তু মাটিডোখৰৰ খেতি কৰাৰ মুৰ মাৰে বুলি দিব লগা হয়। আগতে উকীলনীয়ে হলিৰামক কৈয়েই থৈছে যে সি হেনো আধিৰ ধান দেৰিকৈ দিছে আৰু আগতকৈ কম হৈছে। সি সেইবাৰ ধান ভাল নহল বুলি কলতো মিছা কোৱা বুলি কলে। তাৰোপৰি মাজে সময়ে উকীলৰ ঘৰলৈ আহিলে বাঁহৰ গাজ, ঔটেঙা, মাছ খৰি আদি দিয়েই থাকিব লাগে। সি পৰা হলে উকীলৰ মাটি কেতিয়াবাই চমজাই দিলেহেঁতেন কিন্তু লৰা ছোৱালী কেইটাৰ মুখলৈ চালেই সি সকলো মান-অপমান, সীমাহীন কষ্টকো পাহৰি পেলাই।

বেণুৰ কাম হ'ল কাঁহিবাতি ধোৱা, কাপোৰ ধোৱা, চোতাল সৰা, পকাভেটিবোৰ ফেনিয়ল পানীৰে নিতৌ মচা, বুবুক গা ধুওৱা, শাক-পাচলী কুটা ইত্যাদি। বাকীবোৰ কামটো

কৰিবই লাগিব কিন্তু তাই প্ৰধান কাম বাচন ধোৱা আৰু কাপোৰ ধোৱাব পৰাই আজৰি নাপায়। পুৱা হোৱা মাত্ৰকে প্ৰকাণ্ড ঘৰখন ফুল জাৰুৰে সাৰি মুচিব লাগে আৰু উকীল দম্পতি, কলেজৰ দুজন পুতেকক Bed tea যোগাব লাগে। নিদিলে হেনো পায়খানাই নহয়। তাৰ পাচত বাতি ধুই থোৱা বাচনবোৰ পুনৰ ধুব লাগে, বেচি ভাগেই চীনা মাটি আৰু Stainless steelৰ। বাচন ভাগিলে বা Discolour হলেও তাই ৰক্ষা নাপাব। ডিচ্ এখন ভাঙোতেই তাইক কিমান যে চৰিয়ালে।

শৈলেনে দুখৰ মাজেদি প্ৰায় একুৰি শীত আৰু বসন্ত পাৰ কৰিছে দেখি আনৰ দুখ দেখিলেও তাৰ প্ৰাণ কান্দি উঠে। সেইকাৰণে সি ড্ৰাইভাৰটোৱে খৰি ফালোতে তাৰ পৰা কুঠাৰখন লৈ তাক ঘামবোৰ মুচি অকমান জিৰণি লবলৈ কয়, বেণুকো পুখুৰীৰ পৰা পানী তুলি কাপোৰ ধোওতে সহায় কৰি দিয়ে। তাকে কৰিবলৈ যাওঁতে উকীলনীৰ চকুত পাৰলে তাক চুই কিলাবলৈহে বাকী থাকে। তাক কয়— "তই যে সিহঁতৰ কামত লাগিছগৈ তোক মই সদায় গোহালিৰ পৰা গোবৰবোৰ আনি ডালিয়া ফুলবোৰৰ গুৰিত দিবলৈ কোৱা পাহৰিলিনে? সদায় একেটা কথাকে কিমান কব লাগে। এনেয়ে ভাত খাবলৈ হয়নেকি? যা গোবৰখিনি দি আহ আৰু বাট, চালাদ আৰু কৰিবোৰত পানী দি ঢাকোন দেহি।"

শৈলেন যন্ত্ৰচালিতৰ দৰে আহি গোবৰ ভৰোৱাত লাগিলহি। সি চকুপানী টুকি টুকি ভাবিছে যে সি আৰু কাহানিও তাৰ লক্ষ্য স্থানত উপনীত হব নোৱাৰিব। যদি সি সকলো যন্ত্ৰণা সহ্য কৰি তাতে থাকব লগা হয় তেনেহলে ভাৰবাহী জন্তুৰ দৰে কেৱল দুবেলা দুমুঠি খাই পেতৰ চিন্তাতে আত্মনিয়োগ কৰিব লাগিব। কপ্ন দেউতাক আৰু ভায়েকহঁতৰ একো চিন্তা কৰিব নোৱাৰিব। শৈলেনে নিজে নিজে ভাবি যায়— "মইতো প্ৰথম দিনাই উকীল দম্পতীক মোৰ জীৱনৰ অভিলাষ ভাঙি পাতি কৈ পেলাইছিলো। কিয় বাৰু মই পঢ়িছোনে নাই কোনোদিনে খবৰ নলয়? দিনটো বিৰামহীন ভাবে কৰ্ম্মত ব্যস্ত থাকি গধূলি পঢ়া সম্ভৱনে? আনহাতেদি পুৱা সোনকালে উঠি দেউতা আইদেউ উঠাৰ লগে লগে অৰ্থাৎ ৭ বজাত পঢ়া বন্ধ কৰিব লাগিব।" সি ভাবৰ আবেগত জৰ্জ্জৰিত হৈ পৰে। শৈলেনে ফুলনী ডৰাত জাল্লিবে পানী দি থাকোতে উকীলৰ দ্বিতীয় পুত্ৰ জয়ন্তই প্ৰি ইউনিভাৰচিটি পৰীক্ষাৰ কাৰণে Drawing Roomৰ চকী খনত একান্ত মনে পঢ়ি থকা দেখি তাৰ অন্তৰখন কিবা এক অন্তৰ্দাহী ব্যথাত দগ্ধ হৈ যায়। জয়ন্তই খিৰিকিৰে অহা ৰ'দ খিনিৰ কিঞ্চিত তাপ পালতে Table fan খন চলাই দিয়ে।

শৈলেনে ভাবে যে তাৰ নিচিনা নিঃস্ব মানুহবোৰক Shylock হৃদয়ী এই কৃত্ৰিম ভদ্ৰ লোকসকলক পৰিচৰ্য্যা কৰিবৰ কাৰণেই ভগবানে পৃথিবীলৈ পঠাইছেনেকি? ইমান সেৱা শুশ্ৰুষা কৰা স্বত্তেও ইহঁতে মুখৰ মাত এষাৰ দিবলৈও টান পায়। শিক্ষাগুৰু এজনে কোৱা এষাৰ কথা তাৰ মনত পৰে— বিদ্যায় হেনো মানুহক বিনয়ী আৰু নম্ৰ কৰে। কিন্তু শৈলেনে আজি

তিনিমাহে উকীলৰ ঘৰত কত উচ্চ বিষয়া, কলেজৰ শিক্ষক আৰু তেওঁৰ ঘৰৰ কাষতে থকা ডাক্তৰৰ ঘৰৰ বিদেশী উপাধিকাৰী ককাই ভাই কেইজনক দেখিছে। প্ৰতিজনে তাক উকীলৰ ঘৰত থকা বাহিৰা কাম কৰা লৰা বুলিয়েই জানে। কথা-বতৰা পাতি সিনো কৰ লৰা বুজ লোৱাতো বাদেই কেৱল তাক দেখিলেই টাউনৰ মাজৰ পৰা বিক্সা আনিবলৈ পঠাই আৰু তেওঁলোকে queueত ৰৈ টিকট কিনাতো সন্মান হানিকৰ কাৰণে তাক টিকট কিনিবলৈ পঠাই। সি ধুতি পিন্ধি খালি ভৰিৰে ফুৰে দেখি তাক মতাতো দূৰৰে কথা দেখিলেও নেদেখা ভাও ধৰে। আৰু সি ভাবে আধুনিক ভদ্ৰলোক কিছুমান যে বিদেশৰ অন্ধ অনুকৰণত কেনে এটা ৰূপ লৈছে। আনহাতেদি তেওঁলোক নগৰবাসীও। তেওঁলোক আত্মকেন্দ্ৰিক হৈ পৰিছে আৰু দুখীয়া শ্ৰেণীটো তেওঁলোকৰ কাৰণেই আছে বুলি ধৰে। শৈলেনে সেই সমাজ খনৰ প্ৰকৃত ৰূপটো, আচাৰ ব্যৱহাৰ আৰু কৃত্ৰিমতা খিনিৰ বিষয়ে যেন অনৰ্গল কৈ যাব। সি বিদ্ৰোহী মনটোক শান্তনা দিবৰ বৃথা প্ৰয়াস কৰি বাৰীৰ ভিতৰ সোমায়। শৈলেন আৰু বেণু —।

সিহঁত দুয়োতাই একেবাহে কাম কৰি যায়। শৈলেনে বেণুক ঘৰৰ প্ৰতিজন মানুহে গা ধোতে ব্যৱহাৰ কৰা কাপোৰবোৰ, টেবুল ক্লথ, দেপৰ 'ৰাব,' পৰ্দা আদি কাপোৰৰ দমটো আগত লৈ একাদিক্ৰমে এটাৰ পিচত এটাকৈ দুই তিনি ঘণ্টা জুৰি ধুই থকা দেখি তাৰ অসহ্য লাগে। সি বেণুক কেইবাদিনো চকুলো টুকি থকা অৱস্থাত পাইছে। তাইৰ মনটোৱে যেন বন্ধ সজাৰ দুৱাৰ ভাঙি এটি স্বাধীন পথ বিচাৰি এটি শান্তিৰ আবাসৰ বাবে এই নিলীম বিশাল আকাশখনৰ তলত দিশহাৰা বেছুইনৰ দৰে ভ্ৰমি ফুৰিছিল। সি ভাবে বেণু ধনীৰ দুলালী হোৱা হলে এই মোহিনী ৰূপটো লৈ তাই নিশ্চয় বৰ্ণীন ভৱিষ্যতৰ সোণালী সপোন কল্পনা কৰি কৰি অচিন্ত ভাবে জীৱনৰ দিনবোৰ হাঁহিমুখে কটাই দিব পাৰিলেহেতেন।

দুখীয়া চহকী সকলোকে ভগবানে কামনা দিছে। কিন্তু সেই ঈশ্বৰদত্ত দুৰ্ব্বাৰ কামনা চৰিতাৰ্থ কৰিবলৈ যাওঁতে দুখীয়াই পদে পদে লাঞ্চিত হোৱা বিমুখ হোৱা আৰু হতাশ হোৱাৰ বহুতো দৃষ্টান্ত পোৱা যায়। হয়তোবা কোনোৱে আকৌ পিতা মাতা, নিজক জীয়াই ৰখাৰ সংগ্ৰাম কৰি থাকোতেই যৌবনে বিদায় লোৱাৰ উপক্ৰম কৰে। ফলত নিজৰ আকিঞ্চন অৱস্থাতোৰ কাৰণে যে সকলো হাবিয়াস, আশা আকাঙ্খা জল্পনা-কল্পনা মষিমূৰ হোৱা বুলি জানি অনুতপ্ত হয় আৰু শেষত এক অভিশপ্ত জীৱন যাপন কৰিব লাগে।

শৈলেনো এতিয়া যৌৱনৰ দুৱাৰ দলিত উপনীত হৈছে। আৰু বেণু? তাইতো কামনা বাসনা, প্ৰেম ভালপোৱা কি ভালকৈ বুজি পায়। কিন্তু When poverty comes in through the doors, love goes out through the windows—' এই কথাষাৰ শৈলেন আৰু বেণু দুয়োৰে ক্ষেত্ৰতে প্ৰযোজ্য। আনহাতেদি growing love between boys and girls atombombs all social dectums—

সেই কাৰণেই শৈলেনে তাৰ জীৱনলৈ ক্ৰমাগত নামি অহা অনুজ্জ্বল মৰ আউসীৰ আন্ধাৰ ৰাশিকো উপেক্ষা কৰি ফুটন্ত যৌৱনা বেণু জনীৰ সীমাহীন দুখৰাশি নিবাৰণ কৰা উপায় চিন্তা কৰি এক অনিৰ্ব্বাচনীয় শান্তি লভে। কিশোৰী বেণুৰ দেহৰ অঙ্গে অঙ্গে যৌৱনৰ পুৰ্ণ পৰশ পৰিছে। অঙ্গ সৌষ্ঠৱতাই বেণুৰ সৌন্দৰ্য্য ইমান কষ্টৰ আৰু অশান্তিৰ মাজতো দিনে দিনে বৃদ্ধি কৰিছে। তাইৰ পিৰামিডি ওখ সুগোল স্তন যুগল, মাংসল উৰু আৰু বাহুদ্বয়, সেন্দুৰীয়া গালদুখনৰ জেউতী, সৰিয়হ ফুল যেন নাকটি, অকৃত্ৰিম আন্ধাৰ কলা চুলিটাৰি আদি প্ৰতিটো অঙ্গই মনোলোভা। এই প্ৰতীমা সদৃশ বেণু জনীয়ে বঙ্কীম ভঙ্গীত নিনিমেষ নেত্ৰে শৈলেনলৈ চাই থাকে তেতিয়া সি এক অবুজ উন্মাদনাত উদ্‌ভ্ৰান্ত হৈ পৰে অৱশেষত তাৰ পৰশ কাতৰ মনটো অৱশ হৈ যায়।

শৈলেনে গভীৰ মননশীলতাৰে স্বপ্নাবিষ্ট চকুদুটিৰে দিগবলয়ৰ ফালে চাই চাই কেৱল ইয়াকে ভাবে যে তাৰ জীৱনত জানো বেণুৰ দৰে অবলা নিচলা ৰমণী এজনীৰ মৰহী যাব ধৰা অদমনীয় আশাবোৰ জীপাল কৰি তোলাৰ সাৰ্থ্য হব। বেণুৱে জোৎস্নাক (উকিলৰ জীয়েক) ভাবত, প্ৰবীৰ, প্ৰসান্ত ইতৰ লগত হাঁহি ধেমালি কৰি ওলাই যোৱা দেখিলে অসহায় ভাবে এক করুণ দৃষ্টিৰে চাই থাকে। তাইতো উকীলনী বা জীয়েক ইতৰ লগত কেতিয়াবা ওলাই যোৱা কল্পনাই কৰিব নোৱাৰে। বেণুৱে যোৱাৰ প্ৰস্তাৱ তুলিলেও উকীলনীয়ে বহুতো অসম্পূৰ্ণ কামৰ লেথ দি থৈ যায়। আদেশ মতে কাম হবই লাগিব। সকলোবিলাক গন্তব্যস্থানলৈ প্ৰস্থান হোৱাৰ লগে লগে শৈলেণ আৰু বেণুৱে অভিশপ্ত জীৱন দুটাৰ কিছু কথা কৈ অন্তৰৰ বেদনাস্তুপ বোৰৰ বোজা লাঘৱ কৰে।

গেষ্ট ৰুমটোৰ খিৰিকি এখনৰ ওচৰলৈ গৈ পৰ্দ্দাখন ওপৰলৈ উঠাই থয় — যাতে উকীলৰ ঘৰলৈ অহা মানুহক গেট খোলোতেই দেখা পায়। ভাবৰ প্লাৱণে প্লাৱিত হৈ থকা বেণু-জনীয়েই আৰম্ভ কৰে — শৈল দাদা — মই বাৰু এই দুঃসহ জ্বালা যন্ত্ৰণাৰ মাজেৰে কিদৰে দিন-বোৰ পাৰ কৰো? তুমিতো সকলোখিনি দেখি শুনিয়েই আছা। ঘৰৰ পৰা অনা সাজটোকে ইমান দিন পিন্ধি থকাৰ পিচত কেইবা ঠাইটো ফাটি যোৱা দেখি বাইদেউৱে পিন্ধিবলৈ এৰা বং যোৱা চাদৰ মেখেলা যোৰ দিছে। বাকী তেল, সেন্দুৰ আদি সৰু সুৰা বস্তুবোৰতো সময়মতে নাপাওৱেই। তুমি যদি একো উপায় নিদিয়া মই জীৱনটোৰ মোহ এৰি পেলোৱাৰ বাহিৰে একো উপায় ভাবি নাপাওঁ।

শৈলেনে এই মৰ্ম্মস্পৰ্শী উক্তিটো কাণত পৰাৰ লগে লগে নিৰ্ব্বাক নিস্পন্দ ভাবে তাইলৈ চাই থাকে। সি কেৱল তাইৰ অশ্ৰুভৰা চকুজুৰিলৈ অপলক দৃষ্টিৰে চাই যায়। তাৰ ক্ষন্তেকৰ নিমিত্তে বাকশক্তি ৰুদ্ধ হৈ যোৱা যেন অনুমান হয়। শৈলেনে তাইক বুকুৰ মাজলৈ তানি আনি দুগ্ধপোষ্য শিশুটোক সান্ত্বনা দিয়াৰ দৰে মুৰটোত হাত বুলাই কৈ যায় — বেণু — আমি এই সহানুভূতিহীন কুৰুচবোৰৰ কবলৰ পৰা মুক্ত হবই লাগিব। তোমাৰ জীৱনটো উদ্দীপ্ত কৰি তোলাত মই আজিৰ পৰাই সচেষ্ট

হম। আৰু মইও লক্ষ্য স্থানত উপনীত হোৱাত এওঁলোকৰ পৰা যি যিনি ববহুণি আশা কৰিছিলো সি সকলো চুৰমাৰ হৈ গ'ল —। গতিকে মইও গাঁৱৰ দৰে ইয়াত বোজা আৰু নবও, এতিয়া আত্মসচেতনতাই মোৰ মন জীপাল কৰি তুলিছে। মই অহা সপ্তাহত পৰীক্ষা শেষ কৰি তোমাৰ দেউতাৰক লগ ধৰি তোমাক কেইদিন মানৰ কাৰণে নিয়াই নৱনিৰ্ম্মিত Weaving School তে ভৰ্ত্তি কৰি দিম। শিক্ষাকাল শেষ নোহোৱা পৰ্য্যন্ত সকলো খৰছ মই বহন কৰাৰ ভাৰ ল'ম।

বেণুৱে কুমাৰী জীৱন ছোৱাত এইয়া প্ৰথম পুৰুষৰ বুকুৰ উম পাইছে। তাই বিগত কৰ্ম্ম ক্লান্ত দিনবোৰৰ নিৰ্ম্মম উৎপীড়নত অতিষ্ঠ হৈ উঠা মনটোৰ পৰা যেন সকলো অবসাদ উৰা মাৰি অনন্তত বিলীন হৈ গ'ল। তাই প্ৰাণত এটি অজানিত শিহৰণ উপলব্ধি কৰে আৰু শৈলেণৰ হাত দুটা মোহাৰি দি তাই মুৰটো বুকুৰ পৰা আনি তাৰ কোলাত সুস্থিৰে থয়। বেণুৰ সৰ্ব্বাঙ্গতে বাসনাৰ প্ৰৱল অকাঙ্খ্যা পৰিলক্ষিত হয়। শৈলেনো সেই মনোমোহা ৰূপত আকৃষ্ট হৈ পৰে আৰু তেনেতে লোহাৰ গেট খোলাৰ শব্দ সিহঁতৰ কাণত পৰে।

শৈলেণে প্ৰায় এমাহ দুই এঘণ্টা শুই অতি কষ্টৰে পৰীক্ষাটো দিলে। সি পিচদিনাই উকীলৰ ঘৰ এৰা স্থিৰ কৰিলে। গতিকে সি ওবেৰাতি থানথিত নোহোৱা যা যাবৰী জীৱনটোক কেন্দ্ৰ কৰি বহুটো কল্পনা কৰি থাকে। সি ভাবে — দাৰিদ্ৰতাৰ নিষ্ঠুৰ নিস্পেষণৰ কাৰণেই মই আজি অথৰী জীৱন লব লগা হ'ল। আৰু হয়তো মোৰ দৰে হাজাৰ জনে অসহ্য যান্ত্ৰণা ভোগী মৃত্যু ক্ষণ গণি গণি ফুটপাথ, উৰলীবোৰা কুটীৰ, গছতল বাইতল আৰু লক্ষপতি কোটিপতি ঘৰত 'বাহিৰা লৰা' 'আয়া' আদিৰ ভাৰত অবিৰাম যুদ্ধত ৰত আছে। দৰিদ্ৰৰ ঘৰত জন্ম লৈছিলো যদিও মনতে ভাবিছিলো যে নিখিল জন্মভূমি খনত নিশ্চয় অৰ্থবান, শিক্ষাবিদ বদান্য মহান হৃদয়ৰ লোকৰ অভাৱ নহব। তেনে এজনৰ ওচৰত মোৰ নিঃস্ব অৱস্থাৰ বিষয়ে জনালে কেতিয়াও সহায় কৰিবলৈ কুণ্ঠিত নহব। সেই অনুসাৰে মই তেনে বিজ্ঞলোক এজনৰে কাষ চাপিছিলো। কিন্তু মই আজি অভিজ্ঞতাত শিক্ষা লাভ কৰিছো যে আজিৰ শিক্ষিত আৰু অৰ্থবানক বাহ্যিক চলন ফুৰণ, আচাৰ ব্যৱহাৰৰ পৰা অধ্যয়ন কৰিব নোৱাৰি। যি বিলাকক আমি শ্ৰদ্ধা ভক্তি কৰিছো, নিজে কষ্ট স্বীকাৰ কৰিও উচ্চ আসনত অধিষ্ঠিত কৰিছো, ভদ্ৰ দয়ালু, ক্ষমতাবান বুলি ভাবো সেই সকলেই আমাৰ উন্নতিৰ বাটত প্ৰতিবন্ধক স্বৰূপ হৈ দুৰ্দ্দশা আৰু অৱনতিৰ চৰম সীমাত আমাক পেলাই দিছে। তেওঁলোকৰ নিমিত্তে অনাথ, দৰিদ্ৰ সকল অমঙলীয়া কিবা কাণ্ড। এজন বুদ্ধিজীবিৰ বাসভৱনৰ কাষত যদি বাস কৰা এটা দৰিদ্ৰ পৰিয়ালে অনাহাৰে দুই তিনি দিন থাকিলেও নাইবা কোনোবা এজনৰ ভয়ানক অসুখ হলেও বুদ্ধিজীবিজনে উদাসীন হৈ সেই দৃশ্য চাই থাকিব পাৰে। তেওঁ এজন দুখীয়া ছাত্ৰক যি কোনো প্ৰকাৰে সহায় কৰাতো, এজন মগনীয়াৰক নিজ হাতে ১ পয়চা বা ১ গ্ৰাম চাউল দিয়া, ওচৰত এজনে সহায়ৰ বাবে চিঞৰিলে তাৰ প্ৰত্যোত্তৰ দিয়া, তেওঁতকৈ নিম্নপদস্থ

লোকৰ অভাব অভিযোগ বুজ লোৱা বা মুখেৰে মতা আদি কামবোৰে Prestige ত আঘাত দিয়ে আৰু মৰ্য্যদা হানি কৰে বুলি ভাবে। আনহাতেদি বানপানী, যুদ্ধ, মহামাৰী আদিত অগণন লোকে অনাহাৰী, অৰ্দ্ধনগ্ন হৈ কৃত্ৰিম ভদ্ৰশ্ৰেণীৰ চাবিওফালে ঘূৰি ফুৰিছে তত্ৰাচ তেওঁলোকে নিজৰ ভোগবিলাসত, অন্নপ্ৰাসন, জন্মোৎসৱ, প্ৰমোদ ভ্ৰমণ আদিত বিস্তৰ অৰ্থ আৰু বিভিন্ন খাদ্য সামগ্ৰী ব্যয় কৰি আছে।

ইমান খিনি ভাবি ভাবিও তাৰ বিদ্ৰোহী মনটোৱে শান্তি নাপালে। তথাপি যেন বৰ্ত্তমানৰ ভোগবিলাসৰ পাচে পাচে দৌৰি ফুৰা নৈতিকতা হীন মুখাপিন্ধা ভদ্ৰ শ্ৰেণীটোৰ কথা অনৰ্গল কৈও শেষ কৰিব নোৱাৰি।

সমস্ত ৰাতিটো উজাগৰে কটোৱাৰ পিচত সি শয্যা ত্যাগ কৰি কিতাপ পত্ৰ কেইটা বান্ধি আগদিনাৰ বন্দোবস্ত অনুযায়ী বেণুক তাৰ কম-টোতে লগ কৰিলে। বেণু — মই যাওঁ। তোমাৰ স্মৃতি মোৰ অন্তৰৰ পৰা মচা নেযায়। তোমাকো দেউতাৰে দুই এদিনৰ ভিতৰতে এই বিভৎস কুণ্ডৰ পৰা উদ্ধাৰ কৰিব। মই এতিয়াৰ পৰা শ্ৰান্তিবিহীন ভাবে অসীমৰ উদ্দেশ্যে অলক্ষ্য পথত যাত্ৰা চলাই থাকিম। আশীৰ্ব্বাদ কৰিবা সেই যাত্ৰা যেন জয় যাত্ৰা হয়, আৰু আমাৰ যুগ্ম জীৱন লাভ কৰাৰ গভীৰ আশা যেন ফলপ্ৰদ হয়।

শৈলেনে কোৱা কথাবোৰ অসংলগ্ন হলেও ই যে কেনে আবেগময়ী, কেনে প্ৰাণস্পৰ্শী আৰু কিমান করুণ। এইখিনি কৈ বেণুক শেষ বাৰৰ কাৰণে তৃপ্তিৰে আলিঙ্গন কৰি কিতাপৰ বোজাটো কান্ধত লৈ বেগাবেগিকৈ গুছি গ'ল। বেণুৱে কেৱল নিশ্চল স্ফটিক স্তম্ভ এটাৰ দৰে নিৰ্ন্নিমেষ নয়নে শৈলেনৰ চলমান মূৰ্ত্তিটোকে দৃষ্টি অগোচৰ হোৱা পৰ্য্যন্ত চাই থাকিল।

তেতিয়া শেহ নিশাৰ আন্ধাৰবোৰ ক্ৰমাগত নিঃশেষ হৈ গৈছে। চিন' মাথো আছে আন্ধাৰে এৰি যোৱা কিছুমান বঙচুৰা চুমাৰ আল্পনাত। অৰ্থাৎ পূব আকাশত প্ৰভাতী সূৰ্য্য উদয় হোৱাৰ পূৰ্ব্ব মুহূৰ্ত্ততো। বেণুৱেও এটি দীৰ্ঘ নিশ্বাস এৰি বেড্‌টিৰ কাৰণে হিটাৰটো জ্বলাই দি মজিয়াবোৰ সৰাত লাগি পৰে।

---

"মানুহ সমস্বত্ত্ব জন্ম গ্ৰহণ কৰে। জন্মগত অধিকাৰৰ বলেৰে মানুহে উত্তম বা অধম লোক হ'ব নোৱাৰে। স্বভাৱ আৰু চৰিত্ৰৰ বলতহে মানুহে মহত্ব লাভ কৰিব পাৰে।"

# উল্কাপাত

শ্রীশৈলেন আচাৰ্য্য
২য় বাৰ্ষিক (বিজ্ঞান)

এতিয়া ৰাতি। বহুত ৰাতি। বাহিৰত বেজীৰে বিন্ধিব পৰা ঘন আন্ধাৰ। আন্ধাৰৰ আঁৰত দিনৰ কোলাহলৰ অন্তত তন্দ্ৰালস পৃথিৱী। চাৰিওফালে নিৰ্জ্জনতা। কৰ্ম্মব্যস্ত পৃথিবাখনত এক সমুদ্ৰ গভীৰ নীৰৱতা। সুমস্ত পৃথিৱীলৈ স্বপ্ন নামিছে। মাবে আছো মই আৰু আছে কেইটিমান জোনাকী; নিশাৰ জাগ্ৰত প্ৰহৰী। ওপৰত নীলা আকাশ। আকাশত অযুত তৰা; স্বৰ্গৰ নন্দন বনত নৃত্যৰতা উৰ্ব্বশীৰ নাচোনৰ উত্তাল মুহূৰ্ত্তত ছিগি পৰা কেইটামান মণি।

দুবৈত কাহঁৰ ঢং ঢং শব্দই সচেতন কৰি দিছে; এতিয়া নিশা বাৰটা। জীৱ জগতৰ জীৱন কালৰ পৰা পল পল কৰি এটা দিন এই শেষ হৈ গৈছে; বহুতো হাঁহি কান্দোন আৰু আশা নিৰাশাৰ দুৰ্ব্বহ বোজা বহন কৰি। বহুতো বেলেগ সম্ভাৱনাৰ আন এটা দিনক স্বাগতম জনাইছো। জীৱনত পোৱাখিনিতকৈ পোৱাৰ আশাটো বেছি আনন্দদায়ক; তাতেই তৃপ্তি। কিন্তু সেইবুলি বিগত দিনৰ স্মৃতি ৰোমান্থনত জানো আনন্দ নাই? আছে। কাৰণ পুৰণিৰ লগত তুলনা কৰি চাইহে নতুন জীৱনৰ মাদকতা উপভোগ কৰা যায়। আজিৰ পোৱা নোপোৱাৰ জন্ম কালিৰ নোপোৱা আৰু পোৱাৰ পৰা অহাহে। আজিৰ হাঁহি আৰু কান্দোন কালিৰ কান্দোন আৰু হাঁহিৰ পৰা অহাহে। কালি নোপোৱাখিনি পাবৰ কাৰণে আমি আজি ব্যস্ত। দুৰন্ত গতিৰে আমি গৈ আছো; অবিৰাম অবিশ্ৰান্ত আমাৰ এই গতি; লক্ষ্যস্থল বহুত দূবৈত। অনিমাৰ কথাত যুক্তি আছে আৰু তাইৰ আছে এটা বাস্তৱবাদী মন। অন্যছোৱালীতকৈ তাই অলপ বেলেগ, অলপ 'ক্ৰিটিক'। ছাত্ৰ-ছাত্ৰীৰ মহলত তাই এটা বিৰাট প্ৰশ্ন। তাই যেন হাঁহিবলৈ শিকা নাই। মুখমণ্ডলত সদায় এটা গহীন উদাসীন ভাব। কিন্তু কিয়? ই সদায়েই আমাৰ মাজত এটা প্ৰশ্ন হৈ থাকিলহেতেন যদিহে তাইৰ লগত মোৰ ঘনিষ্ঠতা নহলহেতেন।

তেতিয়া মই প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। পঢ়া শুনাত বৰ বেয়া নাছিলো বুলি মোৰ এটি সু-নাম বন্ধু মহলত নথকা নহয়। কিন্তু এটা

বিষয়ত মই যে অতি পিচপৰা আছিলো তাত সন্দেহ নাই। সেইটো হৈছে মোৰ ছোৱালীৰ লগত সম্পৰ্ক। স্কুলত থাকোতে আমি লৰা আৰু ছোৱালীয়ে একেলগেই পঢ়িব লগা হৈছিল। কিন্তু তথাপিও এক মুহূৰ্ত্তলৈকো কোনো ছোৱালীৰ সৈতে ভালকৈ কথা পাতিছো বুলি কোনেও কব নোৱাৰে। এবাৰৰ এটা সৰু ঘটনা মোৰ ভালকৈ মনত আছে। সেইটো হৈছে সেইবছৰ মই আলোচনীৰ সম্পাদক আছিলো। ছোৱালীৰ ফালৰ পৰা মোক সহায় কৰিবৰ কাৰণে অন্য এজনী ছোৱালী নিৰ্ব্বাচন কৰা হল। মোৰ অষ্ঠ কণ্ঠ শুকাই গ'ল। তথাপিও বন্ধু মহলৰ অকৃত্ৰিম সাহায্যত মই ভালকৈয়ে আগবাঢ়িব পাৰিছিলো! কিন্তু এদিনৰ কথা। সেইদিনা শুকুৰবাৰ। আমাৰ দ্বিতীয় পিৰিয়দৰ পাচত ছোৱালীজনীয়ে কিছুমান কাগজ হাতত লৈ মোৰ ওচৰলৈ আহি কলে — "ছোৱালীৰ পৰা পোৱা প্ৰবন্ধ পাতি। উপযুক্ত হৈছেনে নাই এবাৰ চাব।" মই তেতিয়াহে ওপৰলৈ মুখ কৰিলো। প্ৰবন্ধবোৰ এনেয়ে লিৰিকি বিদাৰি থাকোতে দেখিলো অকণমান সৰু কাগজ। আছে — "ছুটিৰ পাছত অকণমান ৰব। কথাএটা কম।" মই অৱ ঘমাদি ঘামিবলৈ ধৰিলো। আৰু সেইদিনা একঘণ্টাৰ আগতে ছুটি লৈ আহিলো। সেই কথা ভাবিলো মোৰ এতিয়াও লাজ লাগে। নিজকে নৈতিকতা হীন বুলি ভাবিবৰ মন যায়। কিন্তু অনিমা মই দেখা ছোৱালী বোৰতকৈ বহুত ওপৰত। হাজাৰ ডেকাক বলীয়া কৰিব পৰা ৰূপ তাইৰ আছে। তাইৰ চকুতো আছে হাজাৰ স্বপ্ন, তাইৰ বুকুতো নাচে যৌৱনৰ উত্তাল তৰঙ্গ। চৈধ্যতা বসন্তৰ জোৱাৰ তাইৰ গালৈকো নামে। তাইও বিচাৰে এখন বহল বুকুত দুটা বলিষ্ঠ বাহুৰ মাজত নিজকে এৰি দিবলৈ। কিন্তু এই সকলোকে সহজভাৱে স্বীকাৰ কৰি লব পৰা ক্ষমতা তাইৰ আছে। যৌৱনতকৈ জীৱনৰ মূল্যৰ গুৰুত্ব তাই দিয়ে বেছি। সেইকাৰণে তাইৰ খোজত নাই চপলতা। কথাত নাই প্ৰগলভতা, দৃষ্টিত নাই উন্মাদনা, আৰু নাই বতাহত উৰি যোৱা ব্যক্তিত্ব। সেইকাৰণেই ছাত্ৰ মহলত তাই এটা বিৰাট প্ৰশ্ন। কোনোবা ডেকাই আতৰৰ পৰাই প্ৰশ্নৰ বান মাৰি পঠাই, কোনোৱে আকৌ কটাক্ষ হানে, কিছুমানে ওচৰেদি পাৰ হৈ যাওঁতে কিবা একোষাৰ কৈ যায়। অনিমাই কিন্তু নীৰৱেই এই সকলো সহ্য কৰে। মুখমণ্ডলত একো পৰিবৰ্ত্তন নহয়। মোৰ বন্ধু মহলত তাইক লৈ নানান আলোচনা। "এওঁৰ কাৰোবাৰ সৈতে লভ' আছে বুজিছা?" কোনোবা এটাই আকৌ বৰ বিজ্ঞৰ দৰে কব "এওঁ যাক ভাল পাইছিল তেওঁ আতৰলৈ গ'ল।" এনেকুৱা নানান অবান্তৰ আলোচনা। মইয়ো যে তেনেকুৱা আলোচনাত অংশ গ্ৰহন কৰা নাছিলো এনে নহয়। কৰিছিলো। কিন্তু তথাপিও অনিমাৰ প্ৰতি মোৰ এটা অহেতুক দুৰ্ব্বলতা আছিল। কিন্তু কেতিয়াও মই সেই দুৰ্ব্বলতা কাৰো আগত প্ৰকাশ কৰা নাছিলো।

দিনবোৰ পাৰ হৈ যায়, মাহবোৰ শেষ হয়, আকৌ অন্য এটা মাহ আহি তাৰ ঠাই পূৰ কৰেহি। কলেজলৈ অহা যোৱা কৰি আছো। অনিমাও যায় আৰু আহে, সদায়

যেনেকুৱা তেনেকুৱাই। কোনো পৰিবৰ্ত্তন নাই। কলেজলৈ অহা যোৱাৰ বাহিৰে যেন কৰিবলৈ একোৱেই নাই। চকুত উদাস চাৱনী, মুখত নিৰ্ব্বাক ভাষা যেন বিবেক থকা এটা যন্ত্ৰহে। লাহে লাহে আমাৰ পৰীক্ষাৰ ওচৰ পালেহি। গতিকে কম বেছি পৰিমাণে সকলোৱে কিতাপৰ লগত সম্পৰ্ক পতাত ব্যস্ত। সেইদিনা সোমবাৰ। কলেজৰ পৰা আনদিনাতকৈ অলপ সোনকালেই আহিছিলো। উদ্দেশ্য অলপ ঘৰত পঢ়া। অন্য-মনস্ক ভাৱে আহি আছো। হঠাৎ এটা মাত শুনি মই চক খাই উঠিলো "অলপ বৰ"। তাতোকৈ বেছি আচৰিত হলো ঘূৰি চাই যেতিয়া দেখিলো অনিমাক। মোৰ নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰা হলো। কলেজৰ পৰা মোৰ পাচে পাচেই যে আহি আছিল মই তেতিয়াহে বুজিব পাৰিলো।

"আপুনি জয়হিন্দ মেচত থাকে নহয় ?"

মই অবাক হৈ গলো। যি জনী ছোৱালীৰ মই মাত্ৰ নামটোহে জানো তাই দেখোন মই কত থাকো সেই পৰ্য্যন্ত জানে।

"হয়। কিন্তু আপুনি কেনেকৈ জানিলে ?" সামান্য এটি হাঁহি মাৰি কলে—"অজিতে আপোনাৰ কথা সদায়েই কয়।"

"তেন্তে আপুনি অজিতৰ বায়েক।"

মুখত সম্মতিসূচক এটা ভাৱ। অজিত মানে সেইদিনা আম পাৰোত্তে ধৰি অনা লৰাটো। অজিতৰ লগত মোৰ সম্পৰ্ক অতি ওচৰ। অজিত চতুৰ্থমান শ্ৰেণীৰ ছাত্ৰ। অতি তীখৰ তাৰ লগৰ লৰাবোৰৰ মাজত সি হল 'লাডাৰ'। স্কুল ছুটিৰ পাচত এজাক লৰা লৈ কাৰঘৰত আম, মাটিকথাল, জামু আছে সেইবোৰ চুৰ কৰিয়েই হওক বা অন্য কোনো প্ৰকাৰেই হওক আনি খোৱাই তাৰ কাম। এদিন আবেলি ফুৰি আহি দেখো কেইটামান লৰাই আমাৰ মেচৰ আগৰ আমজোপা দলিয়াইছে আৰু মাটিত সৰা আম লৈ টনা আজোৰা কৰিছে। মোক দেখা মাত্ৰকে চাৰিওফালে সিহঁত পলাল। এটা লৰাক পলাব খোজোতে হাত খনত ধৰি পেলালো। ভয়ত তাৰ মুখ বিবৰ্ণ হৈ গৈছে। ধুনীয়া শকত-আবত লৰাটো। মোৰ অসম্ভৱ মৰম লাগিল। নামটো সুধিলো—অজিত বৰুৱা। তাক মই কেইটামান আম পাৰি দি মাজে মাজে আহিবলৈ কৈ পঠাইছিলো। সি মোৰ পৰা তেনে ব্যৱহাৰ পাব বুলি একেবাৰে আশা কৰা নাছিল। এবাৰ মোৰ ফালে আৰু আনবাৰ আমকেইটাৰ ফালে চাই লাহে লাহে সি গুছি গৈছিল। তাৰ পাছত এদিন দুদিন কৈ সদায়েই সি মোৰ ওচৰলৈ আহে। স্কুলৰ কথা, ঘৰৰ কথা, মুঠতে সকলোবোৰ বিষয়ে এটা লেকচাৰ দি গুচি আহে, এয়া তাৰ দৈনিক তালিকাৰ এটা বিশেষ কাম। মোৰো ভাল লাগে আজৰি সময়কণ এই দৰে কটাই।

"আপোনাক এটা কথা কওঁ"

ধেৎ! একেবাৰে অন্যমনস্ক হৈ পৰিছিলো। একে উশাহে কওঁ 'কওক'।

'আপোনাৰ Economics development of India' খন আছে ?'

'হয় আছে। আপোনাক লাগে ?

অলপ ইতস্ততঃ কৰি কলে "হয়, যদি বেয়া নাপাই অন্ততঃ এদিনৰ কাৰণে .... "

মই Economics পঢ়াই নাই। পিচতহে পঢ়িম। কি আছে আজি আবেলি বাৰু অজিতৰ হাতত দি পঠাম।

এটা মিচিকিয়া হাঁহি মাৰি তাই বিদায় ললে। মোৰ মনটো ভাল লাগিল। কিয় জানো কথা নেপাতিলেও তাইক মোৰ ভাল লাগে। আজি স্বইচ্ছাৰে চিনাকি হোৱাত মোৰ ভাল লাগিল। সেইদিনা আবেলিয়েই মই অজিতৰ হাতত কিতাপখন দি পঠালো। কিন্তু এই কথা বন্ধু-মহলত প্ৰচাৰ হবলৈ বৰ বেছি সময়ৰ প্ৰয়োজন নহল। পিচদিনা কলেজলৈ যাওঁতে বিমানে কলে ভাল পঠালি ভাই, গজেন, অশ্বিনী, প্ৰবীণহঁতেটো চাহ খায়েই তাৰোপৰি বাৰেবুৰি প্ৰশ্ন "কেনেকৈ চিনাকি হলো" ইত্যাদি। মই পৃথিৱী জয় কৰা আলেকজেণ্ডাৰৰ দৰে গহীন গহীন কৈ আদ্যোপান্ত কলো। সিহঁতে মোৰ ভাগ্যক তাৰিফ কৰি এজন এজন কৈ গুচি গ'ল। বন্ধুমহলত তাইৰ সমালোচনাত মইয়ো অংশ গ্ৰহন কৰো যদিও তাইৰ ওপৰত কোনোবাই বেয়া মন্তব্য কৰিলে মই সহি থাকিব নোৱাৰো। কিয় জানো প্ৰথমদিনা দেখাৰ পৰা ছোৱালীজনীলৈ মোৰ এটা বেলেগ মৰম সোমাইছিল, সেইকাৰণে লৰাবোৰে তাইৰ ওপৰত দিয়া বেয়া বিশেষণ বোৰৰ বিৰুদ্ধে মোৰ প্ৰতিবাদ কৰিছিলো। অৱশ্যে তাৰবাবে বন্ধুমহলৰ পৰা মইও কম ইতিকিং আৰু বক্ৰোক্তি সহ্য কৰিব লগা হোৱা নাছিল। যিয়েইকি নহওক তাইৰ কাৰণে এইৰূপ স্বীকাৰ কৰি মই আনন্দই পাইছিলো বেছি।

সময় নীৰৱে বয়। স্বতঃস্ফূত ভাৱে দিনবোৰ সলনি হয়, মাহবোৰ পুৰণা হয়। নতুন বছৰে পাতনি মেলে। লাহে লাহে অনিমাৰ লগত মোৰ ঘনিষ্টতা বাঢ়ে। এদিন দুদিনকৈ প্ৰায় সদায়েই অনিমাক লগ পোৱা হলো। সেইদিনা আবেলি। ফুৰিবলৈ ওলাই আহিছো অকলে। দিনটো অত্যন্ত গৰমৰ পাচত আবেলিটো ভালকৈয়ে জুৰ পৰিছে। নৈৰ পাৰে পাৰে গৈ আছো; ভাল লাগিছে। নৈখন বৈ গৈছে। পানীৰ মাজত এটা দুটা সহস্ৰ ঢৌ উঠিছে; মাৰ গৈছে। এক মুহূৰ্ত্তলৈকো ইয়াৰ ৰবৰ সময় নাই। অবিৰাম অবিশ্ৰান্ত এই গতি। এই গতিৰ শেষ নাই। বিশাল পাৰবোৰৰ লগত নিজক বিলীন কৰি দিয়া দুৰ্ব্বাৰ হেপাহেৰে দুৰন্তৰ গতিৰে নৈ খন বৈ গেছে।

"কৰি হবৰ মন গলনেকি?"

মোৰ তন্ময়তা ভাগি গল। ঘূৰি চাই দেখো মোৰ খিক পাচতে অনিমা আৰু সৰু ভায়েক মৃদুল।

"কিবা চিন পালানেকি?"

"কৰি সকলে ঢোল কোবাই লুফুবে নহয়। ভাব, গতি আৰু প্ৰকাশৰ মাধ্যমৰ পৰাই বুজা যায়। মই ইয়ালৈ কেতিয়া আহিলো কব পাৰে?" অনিমাৰ মুখত এটা হাহোঁ, নাহাহোঁ ভাব। মই একো কবলৈ নাপাওঁতেই তেওঁ কলে "আৰু অলপ আগবাঢ়ি যাব?"

"ব'লা।"

আমি আগ বাঢ়িলো; কিন্তু নীৰৱেই। আজি যেন অনিমা অলপ বেছি ভাৱপ্ৰৱণ হৈ পৰিছে। গৈ আছো নীৰৱে। মাজে মাজে মৃদুলে কিবা

এটা কয়, কিবা এটা সোধে, অবান্তৰ প্ৰশ্ন। Swiss gate খনৰ ওচৰত অনিমা বৈ গল। "অলপ বহিব?" আপত্তি নকৰিলো। ওপৰত বিশাল অন্তহীন আকাশ। আকাশৰ বুকুত উজ্জ্বল চন্দ্ৰমা। তলত এইখন আমাৰ পৃথিৱী আৰু কৰ্ম্মব্যস্ত পৃথিৱীখনৰ ব্যস্ততাৰ পৰা আতৰত নিৰ্জ্জন নৈৰ পাৰত মই আৰু অনিমা। বহি আছো নীৰৱে; অনিমাও। অথচ আমাৰ যেন বহুতো কথা পতা হৈ গৈছে। আমাৰ বুকুত আছে অযুত প্ৰশ্ন, অন্তৰত আছে অনন্ত ভাৱৰ খেলিমেলি। নাই মাত্ৰ প্ৰকাশ কৰাৰ দৃঢ়তা।

"কিবা ভাৱিছে?" অনিমাৰ প্ৰশ্ন।

"নাই একো ভৱা নাই। তুমিহে কিবা ভাৱি আছা যেন লাগিছে।"

"জোনাক খিনি ভাল লাগিছে নহয়?"

"ভাল লাগিছে। তাতোকৈ ভাল লাগিছে জোনাক খিনি উপভোগ কৰিবলৈ মনে বিচৰা আৰু এজনক পায়।"

"অনিমাই উত্তৰ নিদিলে। মাত্ৰ উদাস ভাৱে আকাশলৈ চাই থাকিল। কিছু সময় তেনেকৈ থাকি অনিমাই মোক প্ৰশ্ন কৰে "আপোনাক মই আজি কিয় ইয়ালৈ মাতি আনিছো কব পাৰে।"

অবান্তৰ প্ৰশ্ন। অনিমালৈ চালো। চকুৰ কোণ দুটা যেন অলপ তিতি গৈছে। "তুমি কি কৈছা অনিমা? ইয়াত বহিবলৈ কোৱাৰ উদ্দেশ্য বহাৰ বাহিৰে যে আৰু কিবা আছে তাক মই ভৱা নাই।" "আছে। মই আজি আপোনাক যি কবলৈ মাতি আনিছো সেয়া মই বহুত আগতেই আপোনাক কব লাগিছিল, আমি দুয়ো ইমান ওচৰ চপাৰ আগতেই। তাক প্ৰকাশ কৰাৰ সাহস মই কৰিব পৰা নাছিলো, কিজানি আপুনি মোৰ পৰা হেৰাই যায়। কিন্তু তথাপিও মই আপোনাক কবই লাগিব নহলে মনৰ দুৰ্ব্বাৰ অন্তৰ্দন্ত বোৰে মোক যে নিঃশেষ কৰি পেলাব।"

অনিমা তুমি আজি বৰ বেছি ভাৱপ্ৰৱণ হৈ উঠিছা, সংঘাট বহল পৃথিৱীত প্ৰত্যেক খোজতে মানুহ সংঘাটৰ সম্মুখীন হ'ব লাগে। তাক যদি তুমি সহজে স্বীকাৰ কৰি লব পাৰা পৃথিৱীখন তোমাৰ কাৰণে হব সুখৰ, যদি ভাঙি পৰা তোমাৰ পৰাজয় নিশ্চিত। কেতিয়াবা নিজৰ অন্তৰ্দাহী বেদনা কাৰোবাৰ আগত প্ৰকাশ কৰি কিছু শান্তি পোৱা যায়। নতুন বিপদৰ কাৰণে সাজু হবলৈ পোৱা যায় সবল অনুপ্ৰেৰণা। তুমিও তোমাৰ বেদনাখিনি মোৰ আগত ব্যক্ত কৰিব পাৰা। যিমানেই নিষ্ঠুৰ নহওক লাগে তাক মই সহজ ভাৱেই স্বীকাৰ কৰি লব পাৰিম।" অনিমাই কৈছিল। মই শুনিছিলো অতি উৎকণ্ঠাৰে, অতি তন্ময়তাৰে।

অনিমাহঁতৰ ঘৰ গড়মুৰত। তেওঁ ইয়াত মোমায়েকৰ ঘৰত থাকি কলেজত পঢ়ে। ভায়েক অজিতো ইয়াতেই থাকে। বাপেক মৌজাদাৰ। আজিকালি তেওঁৰ মৌজা নাই যদিও 'মৌজাদাৰ' খিতাপটো যোৱা নাই। গড়মুৰ স্কুলতে অনিমাই দশম শ্ৰেণীলৈকে পঢ়িছিল। কিন্তু বাপেক পঢ়ুওৱাৰ বৰ পক্ষপাতী নাছিল। তেখেত আছিল পুৰণি ধৰণৰ মানুহ। "ছোৱালী যেতিয়া ঘৰৰ কাম-বন ভালকৈ কৰিব পাৰিলেই যথেষ্ট। "এয়া আছিল তেখেতৰ মনোভাৱ।

সংসাৰৰ জটিলতাৰ পৰা বহুত আতৰত। নিজে যেনেকুৱা সৰল, পৃথিবীখনকো তেনেকুৱা সহজ বুলিয়েই ভাবিছিল। তথাপি মাকৰ জোৰতে অনিমাই এই কেইশ্ৰেণী পঢ়িলে। যি কি নহওক মৌজাদাৰেও হাত সাৰতি নাথাকি অনিমাৰ কাৰণে লৰা এটা ঠিক কৰিলে। অনিমাৰ নিচিনা ছোৱালীৰ কাৰণে লৰাৰ অভাৱ নাই। গতিকে অতি সোনকালে লৰা এজন পাবলৈ বৰ বেছি কষ্ট কৰিব লগা নহল।

অনিমাৰ বয়স তেতিয়া যোল্লবছৰ ডেওনা পাৰ হওঁ হওঁ। যৌৱনৰ বলীয়াবানে তাইক উন্মনা কৰি তুলিছিল। পৃথিবীখনক অসম্ভৱ ধৰণে তাইৰ ভাল লাগি গৈছিল। ভবিষ্যৎৰ ৰঙীন দিনবোৰৰ কল্পনা কৰি কেইবাটাও বিনিদ্ৰ ৰজনী তাই পাৰ কৰি দিছিল। বেৰৰ আঁৰৰ পৰা মাক বাপেকৰ আলোচনাবোৰ শুনি পিচত তাইৰ নিজৰ শৰীৰটো চাবলৈকে অসম্ভৱ ধৰণে লাজ লাগি গৈছিল। এখন নতুন ঘৰ, কিছুমান অচিনাকৈ মানুহৰ লগত এখন নতুৰ সুখৰ জীৱন লগৰীহে তাই গুচি যাব লাগিব মাক, বাপেক ভায়েক সকলোকে এৰি। সেইদিনা থাক তাইৰ কম বেয়া লাগিবনেকি? আগতে কাহানিও নেদেখা এজন মানুহৰ লগত তাইৰ নতুন জীৱন আৰম্ভ হব। তাই তেওঁৰ লগত শুবও লাগিব। ধেৎ! তাইৰ লাজ লাগি যায় আৰু ভাবিব নোৱাৰে।

তাইৰ মনত আছে তাৰ দুমাহৰ পাচত। সিহঁতৰ বাহিৰে ভিতৰে বহুতো লাইট জ্বলিছিল, বহুতো চিনাকি, অচিনাকি মানুহৰ সমাগম হৈছিল আৰু তাইক আশীৰ্ব্বাদ কৰিছিল। তাইৰ লগৰ অঞ্জলি, নিভাহঁতে যে এনে উৎপাতখন কৰিছিল। সিহঁতে তাইক যিবোৰহে শুধিছিল। অসম্ভৱ লাজ লাগি গৈছিল তাইৰ। দিনটো শেষ হৈ অহাৰ লগে লগে মানুহবোৰৰ ব্যস্ততা যেন অলপ বাঢ়িল। "এয়া দৰা ঘৰলৈ যক, সেয়া দৰা ঘৰলৈ যক" মানুহবোৰৰ এক বিৰামহীন ব্যস্ততা আৰু উদ্বিগ্নতা। তাইবো উগুল থুগুল ভাৱটো বেছি হৈ আহিবলৈ ধৰিলে। আজিৰ পৰা তাই লোকৰ হৈ যাব। ইমান মৰমৰ এই ঘৰখন এৰি গুচি যাব লাগিব। মৰমৰ টমি, ভকতিহঁতক থৈ যাব লাগিব। টমিয়ে চাগৈ মানুহৰ মাজে মাজে এতিয়া তাইক বিচাৰি ফুৰিছে। তাই আচৰিত হৈ যায়, মাতিব নোৱাৰে, কথা কব নোৱাৰা এই জন্তুবোৰে মানুহক কেনেকৈ ইমান মৰম লগাব পাৰে। তাই স্কুলৰ পৰা অহাৰ লগে লগেই নেজ জোকাৰি জোকাৰি সি গৈ আগবঢ়াই আনিবগৈ। তাই ৰহি থাকিলে ওচৰতে টমিও ৰহিব। ৰাতিপুৱা স্কুললৈ যাবৰ সময়ত যে তাক বান্ধি নথলেই নহয়, শিকলিকে ছিঙোযেন কৰে। "ভকতিয়েও ভালকৈ মাত নলে। তাই অনবৰত "বাইদেও, বাইদেউ চিঞৰিয়েই ফুৰে। আজিৰ পৰা তাইক বাৰু কোনে পোক পকৰা ধৰি খুৱাব। তাইৰ বেয়া লাগি যায়, চকুৰ পানীয়ে শাৱণ নামানে। লাহে লাহে বিয়াৰ কাম শেষ হৈ আহিল। পুৱতি নিশা প্ৰভাতৰ লগত তাই গুছি গৈছিল এটা নতুন জীৱনৰ পাতনি মেলি।

তাৰ পাচত………। এৰা তাৰ ঠিক তিনিমাহৰ পাচত তাই আকৌ ঘূৰি আহিছিল বেদনা গধুৰ এখন অন্তৰ লৈ। নৱপ্ৰফুল্লিত

গোলাপৰ দৰে উদ্ভাসিত হৈ উঠা তাইৰ যৌৱনক উপেক্ষা কৰি প্ৰভাত তাইৰ পৰা হেৰাই গল। প্ৰভাতে আত্মহত্যা কৰিলে। কিন্তু কিয় ? এক মুহূৰ্ত্তলৈকো যিটো প্ৰভাতে তাইক অকলে এৰিবলৈ টান পাইছিল সেই একেজন মানুহেই চিৰদিনৰ কাৰণে কেনেকৈ এৰি যাব পাৰিলে ? "তাইৰ লগত সুখী হব নোৱাৰিয়েই প্ৰভাতে আত্মহত্যা কৰিলে" ঘৰৰ অন্যান্য মানুহৰ এই নিষ্ঠুৰ বাক্য তাই কিয় শুনিব লগা হল ? প্ৰভাতক পুৰুষ হিচাপে দিব পৰা সকলোখিনিকেইটো তাই অযাচিত ভাৱে দিছিল। তেন্তে ওচৰচুবুৰীয়া ৰূপা বাইদেৱে কোৱা কথাই সচানেকি ? ওচৰৰে এগৰাকী বিধবা মানুহৰ লগত প্ৰভাতৰ অবৈধ মিলনৰ ফলস্বৰূপে নামি আহিব খোজা এখনি মুখেই তাৰ আত্মহত্যাৰ মূল কাৰণ, তাইৰ ঘিণ লাগি যায়। পুৰুষ জাতিটোৰ প্ৰতি তাইৰ বিতৃষ্ণা হয়। বাপেকৰ ঘৰলৈ তাই পুনৰ ঘূৰি আহে আৰু ঘৰতে পঢ়ি মেট্ৰিক পাচ কৰি কলেজত নাম লগাইছে।

অনিমাৰ কথাবোৰ মই তন্ময়তাৰে শুনি গৈছিলো। মোৰ এটা বৰ বেয়া সপোন দেখাৰ নিচিনা লাগিছিল যিটোৰ পৰিণতি এটা মাত্ৰ করুণ অধ্যায়ৰে পৰিসমাপ্তি ঘটিছিল।

---

সৃষ্টিৰ সকলো বস্তুৰ আকাশৰ দৰে কবি হৃদয়েও আপোন আবেগৰ প্ৰকাশ বিচাৰে ; দুষ্প্ৰকাশ বৃদ্ধ আবেগ কবি জীৱনৰ ডাঙৰ ট্ৰেজেডি।"

শ্ৰীসৰ্ব্বেশ্বৰ দত্ত

# ? প্ৰেম কুঞ্জৰ শতেক সুৰভীৰে............

নয়ণমণি, ওৰফে স্বপ্না বৰা, হঠাৎ এদিন পপিয়াতৰাৰ দৰেই নামি আহিছিল তাৰ জীৱনলৈ — স্বপ্নাৰ স্বপ্নই সপোনক সপোনত ভুলাই ৰাখিছিল ···· তেতিয়া ············ আৰু সুৰভী ? সুৰভী আহিল, সপোনৰ নিঃসঙ্গ বেদনাতুৰা জীৱনলৈ শান্তি মলয়া ৰূপে ··· অশেষ সুৰভীৰে। আৰু ? সুৰভীৰ সৌৰভেৰে বিশ্বপ্ৰেমৰ ইন্ধন যোগালে সপোনৰ জীৱনত — তেন্তে স্বপ্নাই দিলে কি ? — সীমান্তৰ সৈন্যিক সি, সপোন। সপোনৰ মৃত্যু হওক ! হাজাৰ সপোনৰ মৃত্যু হওক সেই মৃত্যুৰ পৰাজয় নাই, অপৰাজেয় !! তেন্তে তাৰ মৃত্যু নহল কিয় ! (?) কিয় ??

·········?········· সেইবোৰ হাজাৰ যুগৰ স্বপ্নৰ মিছিল ; হাজাৰ মৰীচিকাৰ অকুণ্ঠ ক্ষুধা। সপোনে বাৰু কি পাবৰ আশা কৰিছিল কৱিতাৰ মাজেদি তাৰ জীৱনত ? এই কৱিতাৰ মাজতেই জীয়াই থকাৰ প্ৰকৃত সত্বাটো অনুভৱ কৰিব পাৰিব সি — ? কিয় জানো জীৱনৰ কোনো এক বোবা আন্ধাৰৰ বুকুত তাৰ বুকুৰ আপোন হৈ গ'ল "কৱিতা"।

দূৰৰ অতীত, এদিন যিমানেই মধুৰ হৈ ধৰা দিয়ে তাৰ স্মৃতি বিলাক হৈ পৰে ততোধিক বেদনা মিশ্ৰিত। সপোনে তেন্তে এনে কিছুমান বেদনাকেই উপসম কৰাৰ অভিপ্ৰায়েৰে কৱিতা কুঞ্জৰ পাৰে পাৰে ভঙ্গা জীৱনৰ ছন্দ বিচাৰিছিল নেকি চকুলোৰ আঁৰে আঁৰে ? সঁচা ! আলোক বিহীন তিমিৰ সন্ধ্যাই কান্দে আৰু কান্দে হাজাৰ জীৱনৰ অনিচ্ছিত কৰুণ বাস্তৱে ············। এয়াটো প্ৰাণৰ প্ৰাচুৰ্য্য।

এৰা এখন চিঠি। লিখিছিল সেই স্বপ্না বৰাই সপোনলৈ বহুদিন আগতেই। কিয়জানো বহুবাৰ পঢ়িও, বুজিও বুজিব নোৱাৰিলে চিঠিৰ অন্তৰালত সেইদিনা নয়ণমনী ওৰফে স্বপ্নালী বৰাই লিখিছিল কি ? ঠিক, স্বপ্না মায়াবীণি নহয়—

স্বপ্না স্বপ্ন নহয়, স্বপ্না মহিমাময়ী। ………। স্বপ্নাই সেইদিনা লিখিছিল "সপোন দা ….. নাৰী হৃদয়ৰ সৰ্ব্বস্ব ভালপোৱা দি ভাল পাইছিলো আপোনাকেই। কিন্তু জীৱনত ভুল কৰিয়ে ভাল পাৱলৈ শিকিলো ….। আজি মোৰ সেই মৰমী অন্তৰখন পাথৰ সদৃশ কৰি নিৰ্ম্মল ভাৱে বান্ধি পেলাইছো ….. আনকি ইয়াক আপোনাৰ হিয়াভঙ্গা করুণ বিননীয়েও গলাব নোৱাৰে জানে? অ' শেষত অনুৰোধ আপুনি যেন মোৰ জীৱনটো ধ্বংশ কৰি দিয়াৰ কথা ভুলটো কল্পনা নকৰে দেই সপোন দা! শেষ বিদায় …. চিৰ দিনলৈ ….। ইতি—

আপোনাৰ
নয়নমণি (স্বপ্না)

দিগন্তত স্থিৰিৰ কৌতুহলী দৃষ্টি ৰাখি অবাক হৈ যাব লগাত পৰিছিল সেইদিনা জীৱনৰ সুৰ সন্ধানী সপোন দত্ত। অৱশ্যে সেইবিলাক আজি কেইবা বছৰো হৈ গ'ল অতীত হৈ যোৱা তেতিয়া হিম শীতল পৃথিৱীখনো সপোনৰ দৃষ্টিত ধৰা দিছিল এটা স্বপ্নীল সাৰ্থৰ দৰে আৰু জীৱনটোও তিতা তিতা লাগি গৈছিল তাৰ। বহুবাৰ।

নিৰ্জ্জন কোঠাটোৰ খিৰিকিখনৰ কাষত বহি বহি, দিগন্তৰ বুকুলৈ বহুটো ভঙ্গা কলিজাৰ ওপত হুমুনিয়াহ এৰি এৰি ভাৱিবলৈ বাধ্য হৈ গ'ল সি … তাৰ জীৱনত প্ৰথম নাৰীৰ পদক্ষেপ পৰিছিল একমাত্ৰ সেই স্বপ্নালী বৰাৰ, তাৰ নিজৰ ঘৰৰ নিজৰ কোঠাটেইটো প্ৰথম চাবি চকুৰ মিলন হৈছিল সিহঁতৰ — সপোন আৰু স্বপ্নালী বৰাৰ। গোলাপ বুলীয়া নিমজ গাল খনত সৰু ক'লা তিলটোৰে, লাহিকৈ কঁকাল টিৰে আৰু কিছু কিছিয়া কলা চুলি কোছাৰে খুব ধুনীয়া লাগিছিল সপোনৰ! কিন্তু সেই মনৰ বিয়েষ্ট্ৰিচ জনীক পাহৰি জানো এতিয়া থাকিব পাৰিব সি? সপোনে জানো সংগ্ৰাম কৰিব পাৰিব এই অজেয় পৃথিৱীখনৰ সৈতে-? নিজৰ উৰণীয়া মনটোকো কিম্বা বুজনি দিব পাৰিব সি? কিন্তু সিটো জীয়াই থাকিব লাগিব অশেষ প্ৰহেলিকাৰ মাজেদি হলেও অন্ততঃ তাৰ মৰমীয়াল খুৰীয়েক সৰযু আৰু মাক জনীৰ কাৰণে। কিমান যে মৰমীয়াল তাৰ খুৰীয়েক সৰযু জনী!! সৰযুৰ মৰম নোপোৱাহলে সি জানো প্ৰবেশিকা পৰীক্ষা দিব পাৰিলেহেঁতেন সেইবাৰ? সপোনৰ আজিও মনত পৰে তাৰ খুৰীয়েক সৰযু আৰু তাৰ ভনীয়েক প্ৰভাজনীলৈ ……। আঃ আৰু সেই এক্সিডেণ্টটো……। সচাকৈয়ে কিযে ভুলৰ সমাধি তাৰ অতীত জীৱনটোৰ দিন বিলাক…।

……জগত বৰুৱা এজন মিল মালিক। আনহাতেদি এজন কংগ্ৰেছ কৰ্ম্মী। যথেষ্ট সন্মান আছে বৰুৱাৰ। সপোনকো বৰুৱাই যথেষ্ট সহায় কৰিছিল তাৰ স্কুলীয়া জীৱনত। কিন্তু সেইদিনা বৰুৱাৰ ৯ বছৰীয়া জীয়েক পাৰুলক 'এক্সিডেণ্ট' কৰাৰ অপৰাধত সপোনক ক্ষমা কৰি দিব জানো পাৰিলে বৰুৱাই? পাৰুলৰ আঘাট দোখৰোটো সোনকালেই ভাল হৈ গৈছিল। এদিন পুতেকৰ দৰে মৰম কৰিও সেইদিনা বাৰু তাক মাফ কৰি দিব নোৱাৰিলে

কিয় বৰুৱাই……?

ঠিক! সেইদিনা মাঘ বিহুৰ ৩য় দিনটো। নিজৰ ভুলৰ বাবে ক্ষমা বিচাৰিবলৈ গৈ নিজকে খুব দোষী দোষী যেন লাগিছিল সপোনৰ আৰু বৰুৱাইটো মাফ কৰি দিব নোৱাৰিলে তাক। সেইদিনা হয়টো ধৈৰ্য্যচ্যুতি ঘটাৰ দৰেই গৈছিল বৰুৱাই। ……"You stupid, please get out, get out atonce. Idiot. মোৰ ছোৱালীক নিজেই accident কৰ আৰু' আজি মোৰ ঘৰত আহি কথা কবলৈ ইমান সাহ……। দুঃসাহস তোৰ! যা— তোক মাফ্ কৰিব নোৱাৰো আৰু কথা নকবি। আৰু শুন Raleigh cycle ল, ৰাষ্টাত গা মেলাই ঘুৰি ফুৰ…… চব হৈ যাব …… পঢ়া-শুনা শিক্ষা কেলেই … যা এতিয়াই। Idiot চব্।

বৰুৱাৰ মনৰ ভিতৰত সোমাই থকা প্ৰকৃত মানুহটো যে ইমান নীচ্ সপোনে বুজিব পাৰিলে সেইদিনাহে। মানুহে তেন্তে মূৰত গান্ধীটুপি, গাত খদ্দৰ পৰিধান কৰি অকল বাহ্যিকটাতহে ভদ্ৰতাৰ চিনাকী দিয়েনেকি!? গান্ধীৱাদ অৱমাননা কৰা নাইটো! গৰীবৰ দৰে তেন্তে ইহঁতৰ মন বিলাক দয়ালু পৰিস্কাৰ নহয়?

খং উঠিছিল। খুব খং উঠিছিল সেইদিনা সপোনৰ। সেয়েহে কৈ দিবৰ মন গৈছিল— ভাল মানুহে ভদ্ৰতা ৰক্ষা কৰি কথা কোৱা উচিত। আপুনি ভাবেনে কি মোৰ দৰে গৰীব জাতিটো মানুহেই নহয়![?] আৰু গৰীব জাতিটোৰ ওপৰত সদাই প্ৰভুত্ব খটাই আহিলেই ধনী শ্ৰেণীটোৰ গৌৰৱ অক্ষুণ্ণ হৈ থাকিব? —মনত ৰাখিব যে এই গান্ধী ৰাজ্যত এদিন ধনী শ্ৰেণীটোৰ গৰ্ব্ব-চূৰ্ণ বিচূৰ্ণ হৈ যাব আৰু গৰীবৰ বুকুৰ শত টোপাল তেজ শুহি শুহ খাই ধনী হৈ উঠা গোটেই ধনী শ্ৰেণীটোৱেই এদিন পৃথিবীৰ বুকৰ পৰা নিঃশেষ হৈ যাব…। অৱশ্যে এই বিলাক কথা তাৰ সেইদিনা কোৱাহে হুঠিল বহুতো কাৰণত। তথাপি তাৰ বিপ্লৱী অন্তৰখনে কৈ গৈছিল। নিৰ্ভীক ভাৱে: চাৰ মাফ কৰিব! আপুনি ভবা উচিত নহয় যে এই সপোন এটা ভীৰু! ইয়াৰ জীৱনৰ লক্ষ্য মহান, উদ্দেশ্য মহান আৰু বেলি চাইকেলত পাইটাৰি মাৰি ঘূৰি ফুৰাই ইয়াৰ লক্ষ্য নহয়— ই এদিন মানুহ হব আৰু আজিৰ আপোনাৰ অৱমাননায়ে মোৰ ভৱিষ্যত জীৱনত আগুৱাই যোৱাত মাথো মোক যথেষ্ট প্ৰেৰণা যোগাব চাৰ— টানি কথাষাৰ কৈয়ে গুচি গৈছিল ঘৰলৈ।

অযুত তমসা-স্বপ্নৰ ভাবনাত পৰি, নিজকে ভুলি, কোনো এক দূৰ্ব্বল মুহূৰ্ত্তত যি বাট বুলিছিল "এপিয়লা সুৰাৰ বাগীত"। ইয়াৰ বাদে সি হয়টো অন্যপথ বিচাৰি পোৱা নাছিল, সেই সন্ধি ক্ষণত।………… সৰযূ আছিল তাৰ কাষতে…… ……। সৰযূ তাৰ মৰমৰ "খুৰী'। তাৰ মানত সৰযূ কোনোবা শান্তি দায়ীনী দেৱী,…… সৰযূ সুন্দৰ,… সৰযূ স্নেহময়ী

এবা খুৰীয়েক সৰযুৱেই একমাত্ৰ সপোনৰ জীৱনলৈ আনি দিলে হেবোৱা বাটৰ সুৰ, আনি দিলে নতুন দিনৰ নতুন পথৰ 'আলোক' আৰু আনি দিলে কি? —হেবোৱা অতীতৰ স্মৃতি পেলি নতুন দিগন্তৰ পোহৰ বিছাৰি

জীয়াই থকাৰ আশা……। সবযু, তুমি ধন্যা, তুমি অনন্যা ?

তাৰ পাচত, সপোনে ভাবে জগত বৰুৱাই সেইদিনা তাক তেনে কিছুমান টান কথা শুনুৱাৰ অৰ্থ কি? সপোনে যেনিবা ভাল পালেই স্বপ্নালী বৰাক, স্বপ্নালী বৰুৱায়োটো প্ৰাণ-ভৰি ভাল পাই তাক! তেন্তে জগত বৰুৱাই সেই মিলনত এটা অলজ্ব্য প্ৰাচীৰ ৰূপে ঠিয় দিয়াৰ যুক্তি ক'ত? নতু স্বাৰ্থ আছিল স্বপ্নালীৰ সৈতে বৰুৱাৰ?? ঠিক, সপোনক সেই সাধাৰণ কাৰণ এটাতে ইমান কঠোৰ আৰু কৰ্কশ ব্যৱহাৰ কৰাৰ অন্তৰ্নিহিত যুক্তিটো তাতে বিচাৰে সপোনে। বৰুৱাৰ মতিভ্ৰম হোৱা নাছিলটো!

অতীতক দূৰণিত খেলি আজি এইয়া এটি স্মৃতিৰ অনুলিপি সপোনৰ জীৱনৰ সীমাহীন ঘাট-প্ৰতিঘাট, কঠোৰ বাস্তৱৰ মাজেদি অতিক্ৰম কৰি গৈ লক্ষ্যত উপনীত হোৱা 'প্ৰফেচাৰ' সপোন দত্তৰ জীৱনাভিব্যক্তি।

সাহিত্যিক সপোন M. Sc পাচ কৰি প্ৰফেচাৰ হৈ গ'ল। মনাকাশৰ স্থূপীকৃত ভাৱৰ-বিলাকো বশীভূত হৈ গ'ল হঠাতে। কিন্তু সেই স্বপ্নাৰ স্বপ্ন যে সপোনৰ মনৰ দিগন্তত সপোন হৈয়ে ৰৈ গ'ল চিৰদিন…। এবা আকাশৰ তৰা তুমি ভাল পাব পাৰা কিন্তু সেই তৰাক তুমি কাষৰত পাব নোৱাৰা: সেয়েহে দূৰৰ তৰা সদায়ে থাকি গ'ল দূৰণিৰ দিগন্ততে! সেয়েহে সপোনে গাই "Our sweet songs are those, that tell of saddest thoughts" আৰু ভাবে: তেন্তে এই ছোৱালীবিলাকৰ ভালপোৱাত কিবা মাদকতা আছে নিশ্চয়!……

বন্ধ কোঠাটোৰ নিঃসঙ্গ বিচনাখনত পৰি পৰি, চিগাৰেটৰ ইটোৰ পিচত সিটো শেষ কৰি দি দি বহুটো উজাগৰি নিশা কটাই দিয়াৰ পিচত সপোনৰ মনৰ আকাশ খনলৈ আহি পৰিল পত্নীৰূপে সুৰভীজনী। কলেজত সুন্দৰ গান গাব জনা সুৰভীক বিয়া কৰাই পেলালে সপোন দত্তই। নগৰীয়া আৱহাৱাৰ মাজত ডাঙৰ হোৱা সুৰভী ওৰফে বীতাজনীৰ নিৰ্ভীক, দয়ালু অন্তৰখনে জানো সপোনৰ বিপ্লৱী মনটোক প্ৰেৰণা যোগাব নোৱাৰিব!?

আৰু স্বপ্না……? সুৰভীক বিয়া কৰালে সপোনে। সেই বুলি জানো স্বপ্নাৰ স্বপ্ন বা তৰাৰ কল্পনা জীৱনত পাহৰি যাব পাৰিব সপোনে?! পৃথিবী মায়াময়! ইয়াৰ বুকুত বহুটো অবুজ কাহিনী সোমাই আছে। পৃথিবী সঁচা আৰু ইয়াৰ জীয়া কাহিনীবোৰো সঁচা… কিন্তু এই সঁচাৰ অন্তৰালত সোমাই আছে হাজাৰ অজন্তাৰ প্ৰহেলিকা…… হাজাৰ বিভীষিকা।

‥চিলং পাহাৰ। বহুটো গ্ৰীষ্ম কালিন জোনালী সন্ধ্যা এটি নিজৰাৰ পাৰত বহি বহি কটাইদিছে সিহঁতে। সপোন, সুৰভী আৰু প্ৰভা। প্ৰভা তাৰ খুৰীয়েক সৰযুৰ প্ৰথমা কন্যা… সেয়ে প্ৰভা তাৰ মৰমৰ ভনী। প্ৰভাক সি মৰমতে সকলো পৰা 'সোণ' বুলি মাতে। প্ৰভা বৰ্ত্তমান 'চেণ্ট এণ্ঠনি কলেজৰ' প্ৰথম বাৰ্ষিক কলা বিভাগৰ ছাত্ৰী। বয়স বেছি হোৱা নাই ১৫ কি ১৬ হ'ব। প্ৰভাক সপোনে মৰম কৰে, নিজৰ খৰছেৰে পঢ়ুৱাই। সেয়া সৰযুলৈ প্ৰতিদান।

সুৰভীক, সপোনে কেতিয়াবা ৰীতামণি বুলিও মাতে!

চিলং পাহাৰ, পাইন গছৰ লানি লগা শাৰী, এটা সোনালী সন্ধ্যা আৰু সিহঁত। ·········"ৰীতা আজি কেইবাদিনো তোমাৰ মুখৰ এটা গান মোক শুনোৱা নাই। ···সুৰভীয়ে নাৰীসুলভ কোমল হাঁহিটিৰে উত্তৰ দিছিল তেতিয়া "পিছে মইটো কোনো আকাশ বাণী কেন্দ্ৰ নহয় যে সদায় গান শুনাবই লাগিব···। মোৰ মন নগ'লে গান নাগাওঁ।" "অ" আজি গান গোৱা নহ'ব তেনেহলে? "ওঁ। সদায়ে পুৰণা গানবিলাককে শুনি শুনি কিনো ভাল পাই—মই হ'লে পুৰণাবিলাক ভাল নাপাওঁ....।" "ঐঁ"। যদি পুৰণাবিলাক বেয়াই হ'ল তেন্তে আজিৰ নতুনবোৰো বোধকৰো এদিন পুৰণা হৈ যাবগৈ ··· আৰু তুমি মানুহজনীও পুৰণা হৈ যাবা। নাজানা জানো? আৰু তেতিয়া এই ধুনীয়া সুৰভীৰ মাত্ৰ "সিতা" সোপাহে অৱসিষ্ট ৰবগৈ···" হাঁহি হাঁহি সপোনে কয়। "যাওক আপুনি বৰ চৃষ্ট মোৰ সৈতে চুপতি নামাৰিব" কৃত্ৰিম খং দেখুৱাই সুৰভী আঁতৰি যায় আৰু সপোনৰ হেন্দ বেগটোৰ পৰা বৰ্ত্তমান সপোনে নিজে লিখি প্ৰকাশ কৰা "মাৰ যায় তৰা" নামৰ কৱিতা কিতাপখন উলিয়াই নি একালৰ পৰা পাত লুটিয়াই যায়। বেটু পাটত লিখা আছিল— "মাৰ যায় তৰা", কল্পনালয়, সপোন দত্ত।

সেইদিনা ১৫০ পেজ জোৰা এটা দীঘল কৱিতা পঢ়ি একেবাৰেই অবাক হৈ গৈছিল সুৰভী জনী। সপোনে বাৰু কেনেকৈ ইমান দীঘল কৱিতা লিখিব পাৰে!? সুৰভীয়ে ভাবে।

তেতিয়া সপোনৰ মনপখী উৰা মাৰিছিল এৰি অহা দূৰৰ অতীতৰ বুকুলৈ। এনেকুৱা এটা জোনালী পৰতে এদিন সিয়ে কৈছিল— "স্বপ্না আজিযে মই তোমাক লৈ কিমান সুখী। কিন্তু এদিন জানো মোৰ কাষৰৰ পৰা তুমি আঁতৰি নাযাবা স্বপ্না······" সপোনে আৰু বেচি ভাবিব নোৱাৰে··· স্বপ্না আজি বহু নিলগৰঃ তৰা আজি বহু নিলগত। তৰা—সপোনৰ স্বপ্না। সেই তৰা আজি হয়তো কোনো অজান স্বপ্ন পুৰীত হেৰাই গৈছে। সুৰভীয়ে তেতিয়া কৱিতা বিলাকৰ ছুটামান ষ্টেঞ্জা সুৰ লগাই গাই গৈছিল—

ঃ মন আকাশৰ সৰু তৰাটি
চাই চাই মই ভোল যাওঁ
ভাৰৱৰ লগে পাই কেনিবা লুকালে হায়
আৰু মই বিচাৰি নাপাওঁ···
চাই চাই মই ভোল যাওঁ
—হেৰোৱা তৰাটি চাওঁ

Class X ত থাকোতেই সপোনে লিখা কৱিতা ফাকি অকস্মাতেই সুৰভীৰ কণ্ঠত সঙ্গীত ৰূপে শুনি ভাল লাগিছিল প্ৰভাৰ ··· "নবৌ আপুনি ইমান সুন্দৰকৈ গান গাব জানে ···, মোৰ হলে সদায়ে আপোনাৰ গান শুনিবৰ মন যায়। নবৌ আৰু এটা গাওক না!" প্ৰভাৰ কথাত সুৰভীয়ে হাঁহিছিল।

সুৰভীৰ মুখত স্ব-ৰছিত কবিতা ফাঁকিৰ সাঙ্গীতিক সুৰ শুনি শুনি সপোনৰ মনৰ পৰ্দাত জিলিকি উঠিছিল—বহুতো মৰা অতীতৰ জীয়া স্মৃতিৰ কল্পনা। তাৰ মনত পৰে এদিন স্বপ্না ওৰফে তৰাই কোৱা একেষাৰ কথাঃ "বাৰু

সপোন দা — মানুহে কিয় কবিতা লিখে? গল্প উপন্যাসবিলাক লিখাৰ পৰা বাৰু লাভ কি হয় লিখক বিলাকৰ? সেইবিলাক, মানে কবিতা, গল্প উপন্যাস জানো মানৱ জীৱনৰ প্ৰকৃত বাস্তৱতাৰ প্ৰতিচ্ছবি.... ?

সেইদিনা বক্তৃতাৰ সুৰেৰেই বৰি গৈছিল সপোনে : জানা তৰা জীৱনেই সাহিত্য, সাহিত্যই জীৱন। গল্প, উপন্যাস কিম্বা কবিতা যিয়েই নহওক লাগে সকলোতে বাজি উঠে মাথো এখন ব্যৰ্থ ভগ্নিল অন্তৰৰ কিছুমান অব্যক্ত সুৰ; কিছুমান মনো বেদনা, অজেয় পৃথিৱীক জয় কৰিব নোৱাৰি যেতিয়া ব্যৰ্থতাকেই আকোঁৱালি ল'ব লগাত পৰে আৰু জীৱনৰ জটিল প্ৰশ্ন-বিলাকৰ সমাধান কৰিবলৈ আঁত হেৰাই যায়— তেতিয়াই মানুহে আশ্ৰয় লয় সাহিত্যৰ, মানে—গল্প, কবিতা হৈ পৰে বুকুৰ আপোন, নিজৰ ব্যৰ্থ জীৱনৰ করুণ ইতিহাস আনৰ আগত প্ৰকাশ কৰিব পৰাতো তৃপ্তি আছে তৰা, সেয়েহে মানুহে লিখনিৰ মাজেদি অন্তৰ্দ্দাহি বেদনা ৰাশিকে প্ৰকাশ কৰে—গতিকেই প্ৰাণৰ সৈতে সাহিত্যৰ নিবিড়তম সম্বন্ধ স্বপ্ন ··· মুঠতে কবলৈ গলে A poet writes solely for the relief of his heart····।

····হঠাৎ ছুখনি হাতৰ মিহি আঙুলিৰে তাৰ চুচকু মুলাই ধৰাত সপোনৰ অতীত কল্পনা হেৰাই গ'ল কেনিবাদি। সুৰভীৰ হাত ছুখন আঁতৰাই দিবলৈ চেষ্টা কৰিছিল সপোনে আৰু কৈছিল : সুৰভী তুমি জানো মোৰ কবিতাবিলাকৰ মাজত কিবা এটা বিচাৰি পোৱা? মোৰ কবিতা বিলাকৰ মাজতেই ছাগৈ তুমি মোৰ অতীতৰ দিনবিলাক আবিষ্কাৰ কৰি পেলাইছা নহয় সুৰভী? সুৰভীয়ে কথাষাৰৰ উত্তৰ দিবলৈ হয়তো বিচাৰি পোৱা নাছিল তেতিয়া মাথো এটা হুমুনিয়াহেৰে সমৰ্থন জনাইছিল অন্তৰতে····।

নিৰ্জ্জন নিজৰাটিৰ পাৰত বহি বহি বহুতো সময় কটাই দিয়াৰ পিচত হাতৰ ঘড়ীটোলৈ চাই কৈ উঠিল সুৰভীয়ে—অ' ৯ বাজেই এতিয়া— জীতেনে চাগৈ বহি বহি আমনি পাইছেগৈ— খঙো উঠিছে চাগৈ......" অলপ পাচতে বহাৰ পৰা উঠি মাহে ৪০ টকাত ভাবালৈ লোৱা ঘৰ-টোলৈ আগবাঢ়ে—সপোন, সুৰভী, প্ৰভা....... সন্ধ্যা মুকলি বায়ু লোৱাৰ শেষত সেইদিনাও পকী ঘৰটোলৈ সোমাই আহিল অন্য দিনাৰ দৰেই—সপোন, সুৰভী আৰু প্ৰভা। জীতেন সিঁহতৰ লগতে থকা ২/৩ বছৰ হ'ল। বয়সো কম। ৯/১০ মান হৈছে। সি খোৱা-বোৱা দিহা কৰে, বজাৰ কৰে ইত্যাদি। ···তই ভাত খালি জীতেন?" সৰুকৈ প্ৰশ্ন কৰে সুৰভীয়ে। "নাই খোৱা বাইদেউ। কিয় বাৰু সদাই সদাই ফুৰিবলৈ গৈ ইমান দেৰি কৰে। মোৰ ইমান আমনি লাগে!

দিনবোৰ পাৰহৈ যায়····জীৱনত লাভ কৰা অভিজ্ঞতাবিলাক পুৰঠ হৈ উঠে। ·· স্মৃতিৰ অনু-লিপিয়ে বিচাৰি ফুৰে স্মৃতি কুণ্ডৰ পাৰে পাৰে অতীতৰ এফাঁকি কবিতা। সেই কবিতা এদিন লিখিছিল সপোনে নিজে ···

আজিৰ এই মহা ছুখ
নহবনে এদিন সুখ
যদিও ঘুণীয়া হলোঁ
নহবনে ধুনীয়া মোৰ, ম্লান পৰা মুখ!?

সঁচাকৈ জীৱনৰ এটা মহান সন্ধিক্ষণত সপোনে লিখিবলৈ বাধ্য হৈ গৈছিল এই কৱিতা ফাকি। একালে বৰুৱা আৰু স্বপ্না আনফালে তাৰ দুখ-দৈন্যতাৰে ভৰা জীৱনৰ সংঘাটত পৰি একেবাৰেই কিং-কৰ্ত্তব্য বিমূঢ় হৈ গৈছিল সপোন। কিন্তু সংঘাটে আনি দিয়ে জীৱনৰ নতুন তৰঙ্গ ··· সি আজি M. Sc. সি আজি প্ৰফেচাৰ, সি আজি লাখ পতি, সি আজি বিৰাট কাৰখানাৰ, চাহ-বাগানৰ মালিক। তাৰ ঘৰত শ শ লোকে কাম কৰি জীৱিকা উলিয়াই।

* * * * *

বহুতো সন্ধ্যাৰ শেষত "কোনো এটা সন্ধ্যাৰ আগ মুহূৰ্ত্তত দূৰ সন্ধ্যাচলত বেলি মাৰ যাবলৈ তেতিয়াও বহু বাকী। সুৰভীয়ে হাতত 'আচল মানুহখন' লৈ বিচনাতে পৰি আছে এনেয়ে। প্ৰভাই অন্য এটা কোঠাত এখন ৰুমালত ফুল তোলাত ব্যস্ত হৈ আছিল তেতিয়া। ঠিক তেনে মুহূৰ্ত্ততে পিয়নে আহি সুৰভীক এখন চিঠি দি যায়। এখন অকাশ বৰণীয়া বন্ধখামৰ চিঠি। সপোনৰ নামেৰে এড্ৰেচ্ কৰা। ···· সপোন তেতিয়া নাই। কলেজৰ পৰা আহি ইন্দ্ৰাস্ট্ৰীটোৰ ফালে এনেয়ে ওলাই গৈছে।

সুৰভীয়ে চিঠিখন খুলি শোৱা অৱস্থাতে পঢ়ি গ'ল "—মৰমী সুৰভী! জান সুৰভী তোলৈ আজি বাৰু মই কিয় চিঠি লিখিছো? চিঠি পঢ়ি তই মোক নিশ্চয় কোনো পাগলি বুলি কৈ দিবি নহয়? কৰি এই কথা মই জানো। তথাপিও ক। মোৰ বেজাৰ নাই, আক্ষেপ নাই। কিন্তু মোক মাফ কৰিদিবি সেই ভাই অতীতৰ তোৰেই বান্ধবী বুলি। মনত পৰে মৰহা অতীত, মনত পৰে সেইদিনৰ স্মৃতি······ কিন্তু যি জীৱনত মহাভুলকেই কৰি আহিছে সেই জীৱনত আৰু সুখৰ প্ৰশ্ন ক'ত সুৰভী! তই ভাগ্যৱতী, ঈশ্বৰে তোক শান্তি দিয়ক, সুখ দিয়ক, ইয়াকে কামনা কৰিলো! মোৰ কথা শুন, শুনি ঘৃণা নকৰিবি মাত্ৰ মোৰ বিয়া হৈ গ'ল গুৱাহাটীৰ এজন উকিল ডেকাৰ লগত; এবছৰ পূৰ হবলৈ এতিয়াও বাকী। কিন্তু মোৰ জীৱনলৈ এইয়া নামি আহিছে দিগন্ত অশেষ ঘনঘোৰ তমসা, এন্ধাৰ ডাৱৰ···। বুজিছ সুৰ',.......মোৰ বিবাহিত স্বামী সুনীল দত্তই মোক divorce কৰি দিছে জীৱনৰ শেষ বাবলৈ। বিবাহিত জীৱনত নাৰী-পুৰুষৰ যি সম্বন্ধ সেই সম্বন্ধক মোৰ স্বামীয়ে মোৰ লৈতে বিচ্ছিন্ন কৰি দিছে! শেষ বাবলৈ ····সুৰ' মোৰ স্বামীৰ কাষৰত আৰু মোৰ স্থান নাই... মই এটি কক্ষচ্যুত উল্কা, এটি পপীয়া তৰা হৈ খহি পৰিলো....বহু তললৈ.. তেখেতে ওকালতি কৰে। আইন জানে। মোক ডাইভৰ্চ কৰি দিয়াত দোষ নাই সুৰভী...। অ' ইয়াৰ কাৰণ বোধকৰো জানই তথাপিও শুন শেষ বাবলৈ—এয়ে হয়তো হব তোৰ কাষৰত মোৰ বিদায়ৰ শেষ আৰতি সুৰভীৰ! এদিন ভাল পাবলৈ শিকিছিলো, বৰ্ত্তমান, তোৰে স্বামী সপোন দাক! কিন্তু মই কলেজীয়া শিক্ষাৰে শিক্ষিতা হৈয়ো তেখেতৰ পৱিত্ৰ অন্তৰ খনক মই এদিন অপমাননা কৰিছিলো অতি নিৰ্মম ভাৱে! সুৰ' মই যে নিজেই নিজৰ ভবিত কুঠাৰাঘাট কৰি দিলো তাক বুজিবই নোৱাৰিলো সেইদিনা। আৰু শুন সুৰ'— সপোনদাৰ খুৰীয়েক

সৰযুৱে এদিন মোলৈ লিখিছিল — "মৰমী স্বপ্না তোমাক মই চকুৰে দেখা নাই বাবে চিনাকিও নাই; লগতে এবাৰ কথা পাতিবলৈ ... তথাপিও তোমাৰ সপোনদাৰ লগত তোমাৰ যে এটা মৰমৰ বান্ধ গাঁঠি খাইছে— তাৰ বাবে মই সুখী। আমি, দুয়ো সুখী। সেই বাবেই তোমালৈ মোৰ খুউব মৰম লাগিছে জানা! এই মৰম আমাৰ জীৱন বেলাত যেন চিৰ সেউজীয়া হয় তাৰ বাবে মই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালো। আৰু তুমিও ঈশ্বৰৰ ওচৰত সৰল অন্তঃকৰণেৰে সৈতে মিনতি জনাবা। তোমালোক দুয়োৰে মিলন কামনা কৰি আজিলৈ সামৰিলো। মৰম ৰাখিবা। ইতি—

তোমাৰ "খুৰী"
সৰযু..."

......কিন্তু মই সপোনদাৰ কুমলীয়া অন্তৰ, সৰযুৰ বুকুভৰা মৰম প্ৰত্যাখান কৰি বহুতকে ভুলাই পেলাবলৈ চেষ্টা কৰিছিলো... প্ৰেম আৰু চলনাৰ মাজেদি! অৱশ্যে বহুবাৰেই তেখেতে মোক মাফ্ কৰি দিছিল এইবোৰ বহুত কথা ........কথা !.... ...

ঃ বৰ্ত্তমান সপোনদাই নিজে প্ৰকাশ কৰি উলিওৱা "প্ৰেম নে প্ৰতিশোধ" নামৰ উপন্যাস খন, 'মাৰ যায় তৰা" আৰু "নয়ন মনিলৈ মনত পৰি" নামৰ কৱিতাৰ কিতাপ দুখন নিশ্চয় মোক লৈয়ে লিখিছে... সচাঁকৈ সুৰ' তেখেতৰ লিখনি বিলাক একমাত্ৰ মোলেই ভুৱা প্ৰেমৰ সচাঁ কাহিনী।... মোৰ স্বামীয়ে বহুতো কাৰণ বসতঃ মোৰ অন্তৰত লুকাই থকা দুশ্চৰিত্ৰা স্বপ্নাজনীক আৱিস্কাৰ কৰি পেলালে...সেয়েহে মোক এজনী বিশ্বাস ঘাটকীনি, ব্যিচ্ছাৰিণী বুলি divorce কৰি দিছে অকুণ্ঠিত ভাৱে। সুৰ' মোৰ ভুলৰ শুধৰণী ক'ত ? ... অ' শেষ বাৰলৈ তোক মোৰ জীৱন কাহিনী কৈ এয়া দুৱাৰ জপাই জীৱনৰ শেষ বাৰলৈ ঘৰৰ বাজ ওলালো ...ক্ষমা মোক ক্ষমা নকৰিবি জানো সুৰভী ? (!) তোৰ ভৱিষ্যৎ মঙ্গল কামনা কৰি বিদায় ললো। সপোনদা, মোক তুমি ক্ষমা কৰি দিবা— মৃত্যু কুণ্ড পাৰত— তোমাৰ আৰু মোৰ জীৱনৰ শেষ বাৰলৈ .... তোমাৰ কক্ষচ্যুতা— এজনী চিনাকি মানুহ......

........স্বপ্না— ।

স্বপ্নাৰ চিঠি পঢ়ি একেবাৰেই অবাক হৈ গৈছিল সুৰভী আৰু ক্ষণিকৰ বাবে যেন বন্ধ হৈ গৈছিল সেইদিনা তাইৰ হৃদপিণ্ড। সুৰভীৰ সৈতে বিচনাত বহাতেই টোপনি গৈছিল লাহে লাহে....আৰু চিঠিখন কঁপি কঁপি সাৰি পৰো পৰো হৈ গৈছিল হাতৰ পৰা। সুৰভীয়ে ভাৱে··· স্বপ্না বাৰু কি হৈ গ'ল!? তাই বাৰু কলৈ যাব!? তেন্তে তাই মৃত্যু হব! !!!.... ইন্দ্ৰাস্ত্ৰিৰ কাম চাই আহি যেতিয়া সপোন সুৰভীৰ কাষলৈ উলতি আহি সি মুহূৰ্ত্তত তাইৰ নিচেই কাষতে স্বপ্নাৰ চিঠিখন পাব তেতিয়া বাৰু সপোনে কৰিব কি??.......

* * * *

.......সপোন সৈনিক হৈ গ'ল। কলেজৰ প্ৰফেচাৰী, ইন্দ্ৰাস্ত্ৰিৰ হেজাৰ টকা কড়ি আৰু মৰা অতীতৰ.... বুকুৰ পোৱণিয়ে তাক সুৰভীৰ

বুকুত জীয়াই থাকিবলৈ পোনাকনৰ অকনি থুনক-খানাক মাটত তাক নিজকে বিচাৰি পাবলৈ এইখন পৃথিবীয়ে সময় নিদিলে। অনেক কাৰণত, (?)···অনেক কাৰণতে (?) সেয়েহে সপোন সৈন্থিক হৈ গ'ল....। ··সপোনৰ মৃত্যু হওঁক···হাজাৰ সপোনৰ মৃত্যু হওঁক....সেই মৃত্যুৰ পৰাজয় নাই। অপৰাজয়!! তেন্তে সপোনৰ মৃত্যু নহল কিয়!? ..কিয়??

......পোনাকনক বুকুত সাৰতি উচুপি উচুপি বহুতো উজাগৰি নিশা কটাই দিয়াৰ পিচতো, নিঃসঙ্গ বিছনা খনত পৰি সেইদিনাও একে পুনৰা বৃত্তিকে কৰিছিল সুৰভী দত্তই। সৰিসৃপ চেচাঁ নিশাটো উজাগৰেই আছিল তাই, --সুৰভী। ....বেলিমাৰৰ লগে লগেই গোঁসাই ঠাইৰ আগত শলিতা গছি জ্বলাই অফুঁত সুৰেৰে তাই প্ৰাৰ্থনা জনাইছিল সেইদিনাও— "হে দয়াময় কৰুণা বুজিবৰ শকতি দিয়া। —মোৰ দেশ-মাতৃৰ লগতেই মোৰ স্বামীকো সঞ্জীৱিত কৰি ৰাখা...."। তাৰ পাচত লাহেকৈ এটি প্ৰণিপাত জনাই গোঁসাই ঠাইৰ আগৰ দুৱাৰ খন জপাই খুব ল্লাহে ওলাই আহিছিল সেই সুৰভী আৰু ঠিক পাচতে কঠ এখন পাৰি পঢ়িবলৈ বুলি মেলি লৈছিল "কীৰ্ত্তন খন তাইৰ পোনাকন শুই আছিল, তেতিয়া অকলে। নিঃসঙ্গ ৰাতিৰ নিস্তব্ধতা খিনি আঁতৰোৱাৰ অভিপ্ৰায়েৰেই সুৰভীয়ে পঢ়ে "গীতা"— সুৰভীয়ে পঢ়ে কীৰ্ত্তন। এই কীৰ্ত্তন আৰু 'গীতাৰ' মাজেদিয়ে জীৱনৰ কিবা এটা মহান শক্তিক বিচাৰি যাই সুৰভী দত্তই।

নিশাৰ নিৰ্জ্জনতা আৰু গভীৰতা ক্ৰমে প্ৰকত হৈ উঠে। তেতিয়াও সুৰভীৰ কণ্ঠত মৃত্যু কাৰুস্বৰে স্পন্দিত হৈ থাকে পূন্য পবিত্ৰ ৰসময় শ্লোকৰ এক অনাবিল মাধুৰীমা। শীতঁৰ ঠেৰেঙা লগা চেচাঁখিনিত "পোনাকনে অকস্মাতে সাৰ পাই উঠে,— পোনাকনে কান্দে। সুৰভীৰ বুকুখন উকা উকা লাগে। সুৰভীয়ে উচপ খাই উঠে। চকুৰ পৰা চকুলো সৰে—সুৰভীয়ে কান্দে! ৰাতি হৈছিল। ১২ বজাৰ ৰাতি। পোনাকনক সুৰভীয়ে বিচনাৰ ·পৰা তুলি বুকুৰ মাজলৈ টানি, জোৰেৰে হেঁছি ধৰিছিল। এটা গহীন ৰাতি নিস্তব্ধতাৰ বুকুলৈ বেছিকৈ আগবাঢ়িছিল। সুৰভীয়ে পোনাকনক তপত চুমাৰে দুয়ো গাল ওপচাই দিছিল, ঘড়ীটোৰ শব্দবোৰ বেছি হৈছিল। নিশাটো নিৰ্জ্জন হৈছিল। তাই টোপনি নোযোৱা কৈ গোটেই নিশাটো উজাগৰে আছিল। পোনাকন আকৌ তাইৰ কোলাতে টোপনি গৈছিল।........

........সুৰভীৰ মুৰ শীতানতে থকা সপোনৰ ফটোখনত সুৰভীৰ চকু পৰাত তাই অসংযত ভাবেই উঠি আহিল সেই ফালে। গজালৰ পৰা ফটোখন খুলি লৈ সুৰভীয়ে দুহাতেৰে বুকুৰ মাজত ফটোখন হেঁছি ধৰিছিল খু-উব জোৰকৈ। ....তাৰ পাছত তাই টেবুলৰ ওপৰত লাহেকৈ তুলি অবাক, বিস্ময় ৰূপে চাই আছিল সপোনৰ ফটো খনলৈ।···

....স্মৃতিৰ গাদলি ভাঙি এজাক স্মৃতিয়ে সুৰভীৰ নিস্তব্ধতা কোঠাটোৰ চাৰিওকাষে বেৰি ধৰিল।....তাইক কথা কৈছিল, এনেয়ে কথা কৈছিল—কলেজত পঢ়ি থকা কালত এজনী নিলীমা নামৰ ছোৱালীয়ে নাম কাঢ়ি কাঢ়ি।

সুৰভীয়ে কৈছিল……"জান নিলীমা মই এনে এজনক বিয়া কৰাম যাৰ অন্তৰত আছে দেশ মাতৃৰ প্ৰতি অগাধ প্ৰেম, যাৰ অন্তৰত আছে গান্ধীবাদৰ জলন্ত বাস্তৱতা, আৰু সত্য-শিৱ সুন্দৰৰ পূজা যাৰ জীৱনৰ মুখ্য উদ্দেশ্য। মই এনে এজনকে ভাল পাম,! বিয়া কৰাম!! সুৰভীয়ে কোনোবা নিলীমাক কোৱাৰ দৰেই জীৱনটোক পালে। তথাপিও, তথাপিও যেন সুৰভীৰ শান্তি নাই। সুৰভীৰ জীৱন যেন এজাক সপোনৰ বাহিৰে আন একো নহয়।……সুৰভীয়ে ৰবকৈ চিঞৰী দিয়ে।……..বিচনাত বাগৰি পৰে…।

সপোন আৰু সুৰভী। সিহঁতৰ বিবাহিত জীৱনৰ মাত্ৰ ১ বছৰ পূৰ নৌ হওঁতেই দেশ জননীৰ একান্ত প্ৰয়োজনীয়তাই সুৰভীৰ কাষৰৰ পৰা আতঁৰাই লৈ গ'ল স্বামী সপোনক। সপোন আজি দেশ সেৱক। সপোন আজি সীমান্তৰ সৈন্যিক— সপোন দেশৰ উপযুক্ত জোৱান। ভাৰত জননীৰ হাজাৰ হাজাৰ জোৱানৰ মাজত সোমাই পৰা টোৱেই আজিল সপোনৰ জীৱনৰ একমাত্ৰ উদ্দেশ্য। সেই মহান উদ্দেশ্যই সপোনক অতীৱ সুন্দৰ কৰি তুলিব আৰু তেওঁৰ নিঃস্বাৰ্থ দেশ প্ৰেমে দেশক মহিমা মণ্ডিত কৰি তুলিব। আজি দেশে বিচাৰে সপোনৰ দৰেই হাজাৰ সপোন হাজাৰ জোৱান—হাজাৰ সীমান্তৰ সৈন্যিক।

বিচনাত পৰি থকা অৱস্থাতেই সুৰভীৰ আৰু মনত পৰে সেই শাৰদীয় জোনাকৰ স্নিগ্ধালীৰ ভৰা ৰাতিটোৰ কথা। যেতিয়া সপোনে সুৰভীৰ চুলিৰ মাজত আঙুলি বুলাই বুলাই কৈছিল "সুৰ' মই যে সীমান্তৰ বুকুলৈ গুছি যামগৈ। "কিয় ?)" বুলি আচৰিত ধৰণে প্ৰশ্ন কৰিছিল সুৰভীয়ে তেতিয়া। 'সপোনে প্ৰশ্নৰ উত্তৰ দি কৈছিল সুৰভীক "তোমাৰ "কিয়"ৰ উত্তৰ আছে মোৰ দেশ মাতৃৰ বুকুত; এই "কিয়"ৰ উত্তৰ আছে সীমান্তৰ বুকুত। যাৰ বাবে আজি মই মোৰ বুকুৰ পোনাকনক তোমাক, কলেজৰ প্ৰফেচাৰী, ইন্দ্ৰাষ্ট্ৰিৰ হেজাৰ হেজাৰ কামকো দেশৰ বাবে ত্যাগ কৰি এজন বীৰ সৈন্যিক ৰূপে সীমান্তৰ প্ৰহৰী হৈ গুছি যাব লাগিব আপোন ইচ্ছা অনুসৰি।—কোৱা সুৰ' দিবাতো অনুমতি! (?)" সুৰভীয়ে সপোনৰ বুকুৰ মাজত সোমাই ৰূপালী পৰ্দ্দাত এজন উপযুক্ত বীৰৰ মুখৰ পৰা কথা শুনাৰ দৰেই শুনি গৈছিল সেইদিনা।……আচৰিত হৈছিল তাই। একেবাৰে আচৰিত হৈছিল আজলী সুৰভী জনী;....তাই অবাক হৈ চাইছিল সপোনক। সপোনে অনৰ্গল কৈ গৈছিল সুৰভী "মই জানো তোমাৰ অন্তৰত হেজাৰ প্ৰশ্নই তোল পাৰ কৰিব মোৰ মৃত্যুৰ বাবে…আৰু তোমাৰ জীৱনৰ অনেক……।

কিন্তু তুমি ভাৱানেকি মোৰ মৃত্যু হব বুলি? মৃত্যু নহয় সুৰভী। মোৰ মৃত্যু নহয়! হলে হ'ব। তাৰ বাবে মোৰ আক্ষেপ নাই। সেই মৃত্যু অপৰাজেয়। সেই মৃত্যুৰ পৰাজয় নাই। তথাপিও, যেতিয়াই কৰ্ত্তব্যৰ অৱসান পাম তেতিয়াই আকৌ ঘূৰি আহিম। আৰু, শুনা সুৰভী এই বিদায়েই মোৰ হব পাৰে, শেষ বিদায়, তাৰ বাবে মই, তোমাৰ জীৱনৰ বাবে, দেশৰ বাবে হেজাৰ কুটি টকাৰ সা-সম্পত্তি,

এৰি যাম। ....সুৰভী, মোৰ প্ৰাণৰ সুৰভী, মোৰ বুকুৰ সুৰভী আহাঁ। মোৰ বুকুৰ কামবলৈ চাপি আঁহা........।

সেই নিশাৰ, পাচদিনা পুৱা সপোন মিলি গ'ল ভাৰত জননীৰ হাজাৰ জোৱানৰ মাজত। এই করুণ স্মৃতি বিলাকে, দিন যোৱাৰ লগে লগে সুৰভীক বেছি অতিষ্ঠ কৰি তুলিলে। তাই ভাৱে এদিন দুদিন কৰি এই পোনাকনৰ বয়স এবছৰ হলহি, কিন্তু তাই যে এদিনো মৰমৰ পোনাকনক তাইৰ স্বামীৰ কোলাত বহুৱাই দি দূৰৰ পৰা চাই এটা আনন্দৰ হাঁহি মাৰিবলৈ নাপালে! সুৰভীৰ বুকুখন বিষাই। অন্তৰত অশান্ত উৰ্ম্মিৰ প্লাবনে বিষাদৰ ৰেপচি জোৰে! হাহাঁকাৰ, উঠে!...সপোন ঘূৰি অহা নাই। জীয়াই থকাৰ সহাঁৰি নাই। চিঠি-পত্ৰ, খা-খবৰ নাই। একো নাই!...... কোনোবা কাহানিয়েই সপোনে সুৰভীলৈ লিখিছিল........

"মোৰ মৰমৰ সুৰভী—

হিয়া ভৰা মৰম লবা। এইয়া সীমান্তৰ এটা ৰাতি। বাহিৰত হেজাৰ শীতৰ বগা বৰফৰ টুকুৰা পৰিছে। মৃত্যুতকৈও চেঁচা। পুৱা হবলৈ বেছি পৰ নাই। অকণমান আজৰি পাই তোমালৈ বুলি কেইটামান আখৰৰ এখন চিঠি লিখিবলৈ এডাল মম জ্বলাই লৈছো। হয়টো পোহৰৰ ৰেপচি দেখিলে আমাৰ ওপৰত জেনেৰেল চাহাবে শাস্তি জাৰি কৰিব। মৃত্যুৰ দৰে এটা ঠিৰ দৃষ্টি ৰাখি দূৰৰ দিগন্তলৈ চাই আছো। কোনোবা শত্ৰু আহিব, আহি মাতৃ-ভূমিক গুলিৰে চাৰ-খাৰ কৰিব! এইয়া সুৰভী দিনে-নিশাই শত্ৰু সৈন্যৰ সন্মুখীন হৈ মৃত্যুৰ কাৰণে নিজকে সাজু কৰি ৰাখিছো। দেশৰ স্বাধীনতা ৰক্ষাৰ্থে নিজৰ ক্ষুদ্ৰস্বাৰ্থ বিসৰ্জ্জন দি, হাঁহি মুখে মৃত্যুক বৰণ কৰি লোৱাৰ আশাত আমি সকলো জোৱানেই বাট চাই আছো। মোৰ মৃত্যুৰ বাতৰিত চকুলো নুটোকিবা। একমাত্ৰ তোমাৰ প্ৰেৰণা লৈয়ে মই এই সীমান্তত টেঙ্ক, মৰ্টাৰ, বেনেটৰ আগটো জীয়াই আছো। শেষত শুনা, যদি কোনো সন্তান জন্ম হয় তেন্তে সেই সন্তানক এনে শিক্ষা দিবা""যি শিক্ষাই দেশ জননীক ভাল পাবলৈ শিকাব। পৰম পিতাই কুশলে ৰাখক। আশীৰ্ব্বাদেৰে বিদায় মাগিলো।

তোমাৰ

—সপোন—

সুৰভীয়ে আৰু ভাবিব নোৱাৰে। তাইৰ অন্তৰ আজি বিৰহ বেদনাত ক্ষত বিক্ষত হৈ উঠিছে। সুৰভী আজি ঘামিছে— গাৰ ঘামেৰে তাইৰ শৰীৰৰ সৰ্ব্বস্ব তিতি গৈছে— অথচ তেতিয়াও পুহ মাহৰ কিনকিনিয়া বৰষুণ জাক আনিয়েই আছিল। ....ৰাতি বহু সময়লৈ সুৰভীৰ দুচকুত টোপনি নমা নাছিল সেই দিনাও। মাত্ৰ শেষ ৰাতিলৈ এটি চিলমিলিয়া টোপনিয়ে বেদনাতুৰা সুৰভীজনীক তন্দ্ৰাভূত কৰি তুলিছিল ক্ষণিকৰ বাবে। সেই তন্দ্ৰাভূত অৱস্থাতেই সপোনক দেখে সুৰভীয়ে।....সন্মুখত পাহাৰৰ নামনিত এখন বহল পথাৰ, কাষতে এখন নদী। পাহাৰৰ শিখৰত দপ্ দপকৈ জ্বলি থকা বহুটো জুই শিখা। বহল দিগন্ত জোৰা মুকলি পথাৰ খনৰ সিপাৰে বহুটো মানুহ মাটিত অচেতন

হৈ পৰি আছে, এখন শ্মশান ভূমিত। ঠাই ডোখৰ তেজেৰে বাগুলী। তাৰ পৰাই ৰঙা তেজৰ এখনি সৰু নৈ বৈ গৈছে আৰু অলপ দূৰতে থকা ডাঙৰ নৈখনত মিলি গৈছেগৈ। আকাশত জোনটিয়ে ডাৱৰৰ বুকুফালি পোহৰ বিলাই আছে। বসুন্ধৰা পৃথিৱী তেতিয়া জোনাকৰ জ্যোৎস্নালিৰে ৰূপালী হৈ পৰিছে। সুৰভীয়ে গাত এখন পাতল চাদৰ মেৰিয়াই শ্মশান ভূমিক উদ্দেশ্য কৰি দৌৰি দৌৰি আগবাঢ়ি গৈ থাকে। তথাপিও যেন অন্ত নহয়....। তাই বাগৰি পৰিব খোজে, উজুটি খাই হামখুৰী খাই পৰিব খোজে। তথাপি সুৰভীৰ ভাগৰ নাই বীৰাম নাই গৈয়ে থাকে....। শ্মশান ভূমিৰ ভূট প্ৰেট বোৰে তাইক দেখি ভয় কৰা নাই। এজাক ভূট, সুৰভীয়েও ভয় কৰা নাই। সিহঁতে সেই মৃতদেহবোৰৰ বুকু আৰু মূৰবোৰ ঠেকেচি ঠেকেচি কামুৰি খাইছে।....সুৰভীৰ ভয় লাগিলে খুউব। তথাপিও এটা মৃত দেহৰ ওচৰ পাই ডাঙি ধৰিব খোজে। কিন্তু সুৰভীয়ে ডাঙিব নোৱাৰে। ইমান গধুৰ!! সুৰভীৰ গা ঘামি যায়। খুউব ভয় লাগে তাইৰ। পাহাৰৰ শিখৰত জুই শিখাবোৰ জ্বলি আছিল তেতিয়া। ....শেষ ৰাতি। সুৰভীয়ে হঠাৎ সাৰ পালে। সাৰপায়ে তাইৰ সৰ্ব্বশৰীৰ কঁপি উঠিল ভয়ত, আশঙ্কাত। কি ভয়াবহ সপোনটোযে দেখিলে আজি! সপোনৰ প্ৰত্যেক কথাই সুৰভীৰ মনত খেলি গ'ল। খুউব নিঃসঙ্গ যেন লাগিল সুৰভীৰ। লোটকে ওপোচাই দিয়া দুয়ো চকু লৈ সুৰভী বিচনাৰ পৰা নামি আহি গাটো ধুই ললে তেতিয়া। পোনাকণ তেতিয়াও বিচনাতে। তাৰ পাচত গোসাঁই ঠাইৰ আগত বন্তি এগছি জ্বলাই লৈ একান্ত মনেৰে কিবা এটা ভাবি ব'ল সুৰভীয়ে। আৰু অনুমান হ'ল কোনোবাই যেন কাণে কাণে কিবা এটা কৈ গ'ল তাইক। হঠাৎ সুৰভীৰ চেতনা আহিল কিন্তু কাকো তাই নেদেখিলে ক'তো, একোকে। তেতিয়া চলচলিয়া চকুজুৰি লৈ সুৰভী লাহে লাহে পোনাকনৰ ওচৰলৈ আহি দেখিলে পোনাকনে বতাহত লৰি থকা সপোনৰ ফটোখন একেঠৰে চাই হাঁহি আছে সুৰভীয়ে এই দৃশ্য দেখিছিল খিন লেম্পটোৰ পোহৰত—একেবাৰে শেষ ৰাতি। তাই পোনাকনক বুকুত সাৱতি অচেতন হৈ পৰিগল বিচনাখনত মৰি যোৱাৰ দৰে। ...সেই দৰেই টোপনি গ'ল সুৰভীৰ। লাহে লাহে পুৱাকাশত সুৰুযে ভুমুকি মাৰিলে—তথাপি সুৰভীৰ টোপনি ভঙ্গা নাই। ...কিন্তু কিবা এটা স্পষ্ট মাতত সুৰভীৰ টোপনি ভাঙ্গি গ'ল; কব নোৱাৰা ভাৱে। ওচৰৰ মনিমালা হঁতৰ ৰেডিওটোত বাজি উঠিলঃ "পাকিস্থানে যুদ্ধ বিৰতিৰ কথা স্বীকাৰ কৰিছে, আৰু চীনেও প্ৰায় আগৰ ঠাইৰ পৰা পিছুৱাই গৈছে...... ভাৰতীয় শক্তি এতিয়াও অটুট আছে..."।...।

পিছদিনা পুৱা। সময় ৮ বাজিছে। পশ্চিম ফালৰ পৰা বহুটো জেট প্লেন বিজুলি সঞ্চাৰে উৰা মাৰিছে—দশোদিক তাৰ শব্দৰে তাল মাৰি ধৰিছে। সুৰভীৰ ভয় লাগি গ'ল খুউব ভয় লাগিল সুৰভীৰ। তাইৰ মুখৰ পৰা অজানিতে ওলাই আহিল—"হে প্ৰভু মোৰ দেশজননীৰ লগতেই মোৰ স্বামীকো সঞ্জিৱীত কৰি ৰাখা প্ৰভু! সুৰভীৰ দুচকুত বাৰিষাৰ

ঢল বাগৰিছিল তাই মৰি যাব বিচাৰিছিল। নোৱাৰিলে। ......'সুৰ' সুৰভী! ভিতৰৰ সিপাৰে দুৱাৰ মুখত কাৰোবাৰ চিনাকি চিনাকি ল'গা মাত শুনি আচৰিত হৈ উঠিল সুৰভী! লাহে লাহে আহি ভিতৰ ফালে লগাই থোৱা দুকটো খুলি দিলে সুৰভীয়ে। একেবাৰে দুৱাৰৰ কাষৰতে সৈন্যিক সাজেৰে অলৰ অচৰ ভাৱে ঠিয় দি আছে সপোন। দেখিয়েই সুৰভীয়ে সাৰতি ধৰিলে সপোনক—সপোনেও বুকুৰ মাজত সাৰতি ধৰিলে সুৰভীক। ...পোনাকন সাৰ পাই উঠি কান্দি দিছিল তেতিয়া— যেতিয়া সুৰভীয়ে সিহঁতৰ একমাত্ৰ কামনাৰ ধন, দুবছৰীয়া বুকুৰ পোনাকনক শুই থকাতেই দেখুৱাই দিছিল সপোনক আৰু প্ৰথম বাৰৰ বাবে বুকুৰ কাষলৈ নি হেঁচি ধৰিছিল সপোনে আৰু কৈছিল "সুৰভী প্ৰেমকুঞ্জৰ শতেক, সুৰভীৰে এই.......



পৃথিৱী সেইদিনাহে যুদ্ধ মুক্ত শান্তিভূমি হব যিদিনা মানুহে মানুহৰ চকুলৈ মানুহৰ দৰে চাব জানিব।'

# ॥ হেৰোৱা স্বৰ্গ ॥

শ্ৰীসুৰেণ বৰা
প্ৰথম বাৰ্ষিক (বিজ্ঞান)

[ ধনিৰামৰ চ'ৰাঘৰ। বেমাৰী ধনিৰাম চালপিৰাখনত শুই থাকে। বিচনাখনত কিছুমান ফটা থৈলা। ধনিৰামে খেকাৰ পেলাবৰ কাৰণে বিচনাখনৰ তলত অৰ্থাৎ মাটিত তামোলৰ চকুৰা এখনত অলপ ধানৰ পটান থাকে। বিচনাখনৰ কাষত এখন ভগা চকি। কাষৰ বেৰখনত পুৰণি এখন কৃষ্ণৰ ফটো থাকে। ধনিৰামে কুহু কুহু কাহি থাকে। ]

ধনিৰাম :— ( নিজে নিজে ) উস্ ভগবান। কি পাপৰ ফলত মোক ইমান শাস্তি দিছা। মোক মাৰি নিনিয়া কিয় ভগৱান। এই বুঢ়া বয়সত বিচনাত পৰি থাকিও নানা চিন্তা কৰিব লগাত পৰিছো। ( কাহে )— বহুতে ল'ৰা তুলিছে। বহুতেই পুত্ৰৰ পৰা সুখ-সম্ভোগ পাইছে। বহুতেই বুঢ়া বয়সত বিচনাত পৰি নিচিন্ত মনে কৃষ্ণৰ নাম লৈছে। কিন্তু মই ? মোৰ নিচিনাকৈ কোনেও ল'ৰা তোলা নাই। আনৰ ল'ৰা পঢ়ি শুনি মানুহ হৈছে আৰু মোৰ লবাই বাটত দণ্ড-হাই কৰি········ ( কাহে ) হে— প্ৰভু মোক কিয় জীয়াই ৰাখিছা ? দুজনীকৈ ছোৱালী উঠি আছে। সিহঁতৰ মই একো ব্যৱস্থা কৰিব নোৱাৰিলো ! মোৰ কুলাঙ্গাৰ পুত্ৰই সিহঁতক মাৰকিল কৰি অত্যাচাৰ কৰিলে মই কেনেকৈ সহ্য কৰো প্ৰভু ? ছোৱালী কিজনীৰ যদি কিবা এটা ব্যৱস্থা কৰিব পাৰিলো-হেতেন তেতিয়া হয়তো কিছু শান্তিৰে মৰিলোহেতেন। ( কাহে ) মোৰ পাছত মোৰ কুলাঙ্গাৰ পুত্ৰই সিহঁতৰ যে কিবা ব্যৱস্থা কৰিব সি অসম্ভৱ। ( কাঢ়ি কাহি শুই পৰে )

[ ধনিৰামৰ ঘৈনীয়েক বন্তিলা আহি বুঢ়াক পোনাই ধৰে ]

বন্তিলা :— অ' আই মাখৌ ?— চাওঁ বিচনী এখনে তেলৰ চিচাটোৱে লৈ আহছোন। বাপেৰৰ ভৰি হাত চেঁচা পৰি গৈছে।

মাখৌ :— বৌ মিঠাতেল নাই নহয়। অথনি ককাইদেৱে পেলাই দিয়া নাই কেলেই ?

বন্তিলা :-- বিচনীখনকে লৈ আহ। ( মাখৌৱে বিচনী আনে ) তই অলপ পিতাৰক বিচি দে।

( বন্তিলাই পিতাকক বিচি থাকে )

ধনিৰাম :— আই মাখৌ ! মই তইঁতৰ পিতৃ হিচাবে একোকে কৰিব নোৱাৰিলো। ( চকুপানী দুধাৰী বৈ আহে ) তইঁত মোৰ চকুৰ আগলৈ ওলালে মোৰ দুখ লাগে আই ( কান্দে ) কি কৰিম ? — মই যে বৰ্ত্তমান যমৰ অধীন আই। ল'ৰা ছোৱালীক ভাল খুৱাই ভাল পিন্ধাই ৰাখিবলৈ সকলোৱে বিচাৰে আই। তইঁতক ভাল পাত্ৰৰ হাতত গতাবলৈ মোৰো ইচ্ছা আছিল আই। কিন্তু কি কৰিম। মোৰ শৰীৰ একেবাৰে দুৰ্ব্বল।

মাখৌ :— পিতাই তুমি সেইবোৰ চিন্তা কৰিব নেলাগে। আমিতো এতিয়া নেখাই থকা নাই। ভাগ্যত যি আছে তাক কোনে খণ্ডাব পাৰে। ভগবানে ফৰিংটোৰ মুখতো কুটাগছ দিছে পিতাই।

ধনিৰাম :-- সচা কথা আই। তথাপি যে মনে নেমানে আই। মই জীয়াই থাকোতেই তইঁতক এঘৰত গতাব পৰাহেতেন মই আনন্দেৰে মৰিব পাৰিলোহেতেন। ( কান্দে )। নতু যদি তইঁতৰ সম্পূৰ্ণ দায়িত্ব ককায়েৰে লোৱা আশা দেখিলো-হেতেন তেতিয়াও মই তাৰ ওপৰতে ভাৰসা কৰি শান্তিৰে মৰিলোহেতেন। কিন্তু কি হ'ব। তাক মোৰ পুত্ৰ বুলিবলৈ লাজ লাগে। সি মোৰ বংশৰ কলঙ্ক। উস…… ( কান্দে )

বন্তিলা :— আপুনি সেইবোৰ চিন্তা বাদ দিয়ক। মাত্ৰ ঈশ্বৰৰ ওচৰত আৰোগ্যৰ কাৰণে প্ৰাৰ্থনা কৰক।

ধনীৰাম :— আৰোগ্য ? আৰোগ্য আৰু নহয়। আৰোগ্য হ'লেও পুত্ৰৰ শোকত এদিন হয়তো আত্মঘাটি হ'ব লাগিব।

বন্তিলা :— ( দুই ধাৰে দুধাৰ চকুলো ) [ মাখৌ বেজাৰ মনেৰে ভিতৰলৈ যায় ]

[ গুণাই দোকানী সোমাই আহে, বন্তিলাই চকুপানী মচে ]

গুণাই :— নবৌ পৰেশ ঘৰত আছেনে ?

বন্তিলা :— নাই। কি হ'লনো বৰ কোৰত আহিছা দেখোন ?

গুণাই :— কি হ'ব আৰু ? হোৱাতোকে হ'ল

বন্তিলা :— মানে ?

গুণাই :— মানে সি স্কুলৰ পৰা আহি মোৰ দোকানতে বহিল। ( এনেতে ধনীৰামে কান্দে ) মই তেতিয়া নাছিলো। দোকানত মোৰ সৰু লৰাটোহে আছিল। পিছে সি এটা সাতটকা দামৰ ফাউণ্টেন পে'ন

চুৰ কৰি আনিলে।

ধনীৰাম :— কোন? গুণাইনে কি?

গুণাই :— হয় ককাইদেউ।

ধনীৰাম :— পৰেশে তোমাৰ দোকানত চুৰ কৰিছে?

গুণাই :— হয় ককাইদেউ।

ধনীৰাম:— (হুমুনিয়াহ কাঢ়ে)

ৰঞ্জিলা :— সি নো এইপৰলৈ ক'লৈ গ'ল! স্কুলতো কেতিয়াবাই চুটি হ'ল?

গুণাই :— সি হ'বলা স্কুললৈ যায়?

ৰঞ্জিলা :— আকনো ক'লৈ যায়?

গুণাই :— কেলেই গাৰ্লচ' হাইস্কুলৰ ছোৱালীবোৰ কোনে চাব সি স্কুললৈ গ'লে? সিদিনা এজনী ছোৱালীয়ে চেণ্ডেলেৰে ঘুকোৰ দি পঠাইছে। তাইক হেনো কিবা বেয়া কথা কৈছিল। চিঞৰ বাখৰ শুনি আমি যাওঁ মানে সি পলাই পত্ৰং দিলে। ছোৱালীজনীয়ে তাক গালি পাৰিছে খুব। তাই কৈছে—"চালা বাওনা হৈ চন্দ্ৰলৈ হাত মেলিবলৈ আহিছ কুকুৰ"।

ৰঞ্জিলা :— সি ইমান বদমাচ্ হ'লনে?

গুণাই :— কৈছাহে আকৌ .

ৰঞ্জিলা :— বাৰু যি কি নহওক তাক মই তোমাৰ পে'নটোৰ বিষয়ে বাৰু সুধি চাওঁ।

গুণাই :— নহয় নবৌ ইয়াৰ ভাল ব্যৱস্থা ল'ব লাগিব।

ৰঞ্জিলা :— বাৰু তুমি তাক মাৰকিল নকৰিবা বোপা।

গুণাই :— চোৰক মাৰকিল্ল নকৰি কি কৰে নবৌ।

ৰঞ্জিলা :— (নিমাত) [ধনীৰামে কাহে]

ধনীৰাম :— বুজিছা গুণাই। বহুতে ল'ৰা তুলিছে। তুমিও তুলিছা মরো তুলিছো। তোমালোকে ল'ৰা তুলি সাৰ্থক কৰিছা। আৰু মই ল'ৰা তুলি বংশৰ নাম শুনোৱালো। মোৰ মানমৰ্য্যদা মোৰ কুলাঙ্গাৰ পুত্ৰই নাশ কৰিলে গুণাই। নাশ কৰিলে। (কাহে) মই আজি মৃত্যু শয্যাত পৰিও তাৰ বাবে নিচিন্ত হ'ব নোৱাৰিলো। মোৰ মৃত্যু নহয় কিয় গুণাই? মই কি পাপৰ ফলত আজি অন্তিম সময়ত মই চকুৰ পানীৰে বাট নেদেখা হ'ব লগা হৈছে। [বুঢ়াই আৰু মাতিব নোৱাৰা হয়]

গুণাই :— বাৰু যাওঁ ককাইদেউ।

ৰঞ্জিলা :— বাৰু তুমি যোৱা বোপাই। মই তাক শুধি চাওঁ।

গুনাই :— শুধিবলৈ নাই নবৌ। সি নিয়াতো হয়। (গুণাই বায়গৈ)

[ধনীৰামৰ সৰু জীয়েক চেনীমাই সোমাই আহে]

চেনীমাই :— অ' বৌ ককাইদেৱে গুণাই কাইৰ দোকানৰ পে'ন এটা হেনো চুৰ কৰি আনিলে। গুণাইকাইৰ পিতেক বলোৱামে তাক বিচাৰি ফুৰিছে।

পৰেশ :— [পৰেশে বাটৰ পৰা চিঞৰি আহে] অ' বৌ মই হ'লে গুণাইকাইক ভালকৈ দিম দেই। মই হেনো তাৰ দোকানৰ পে'ন চুৰ কৰিছো, কুকুৰ বনি চেলা কোনোবা বাপেকে চুৰ কৰিব, ধাৰবি মোক।

ধনীৰাম :— তই । তই মনে মনে থাক কুলাঙ্গাৰ । তই মোৰ পুত্ৰ নহয় । তই পুত্ৰ হোৱা হ'লে মোৰ দুখ বুজিলিহেঁতেন । তোৰ মনত হয়তো মই এটা আপদ। (কাহে) মই মৰিলে তই বক্সা হবি । তই মোৰ বংশৰ কলঙ্ক ।

পৰেশ :— তই পৰিথকা মানুহ পৰি থাক তোৰ দৰকাৰ নাই নহয় । এনেয়ে কাহতে তং নাই ।

ধনীৰাম :— সচা । মই পৰি থকা মানুহ পৰি থাকিব লাগে । কিন্তু তই যে পৰি থাকিবলৈ নিদিয় । তোক শাসন কৰোতা নাই । সেই বাবে তই উদণ্ড হৈছ ।

পৰেশ : - বেমাৰীটো নমৰাও হ'ল নিজিয়াও হ'ল।

ধনীৰাম :— মৰিম । মৰো মৰিবলৈকে চাইছো । [কাহে] কিন্তু । মোৰ জীয়াই থাকিবলৈ আৰু ইচ্ছা নাই জীয়াই থাকিলেও হয়তো তোৰ হাতত্তে এদিন মৰিব লাগিব ।

বণ্ডীলা :— বাৰু তই সচাঁ কথা কচোন । তই পেনটো নিয়া হয়নে নহয় ?

পৰেশ :— মই নাই নিয়া ।

চেনীমাই :— তই যদি সচা কথা নকৰ গুণাই ক্কায়ে তোক পুলিচত দিব ।

পৰেশ :— গোৰমাৰি দিম এইজনী । সচা মিচা কিটো আছে আৰু ।

চেনীমাই :— তোমাৰ ইয়াত খং উঠিলে কি হ'ব ; গুণাইকাইৰ আগত খং উঠিব পাৰিব লাগে ।

ধনীৰাম :— তইতে মিছাকৈ তৰ্ক মাৰি নেথাকিবি । চেনী এই গুণাই দোকানীক মাতি আনগৈন যা ।

পৰেশ :— যা তাক মাতি আন । [ চেনীমাই যায় ] কুকুৰ দোকানী চেলা । পে'ন নিব কোনোবা বাপেকে ধৰিবি মোক । হুচৰ-মান দিলেহে সি থিক হ'ব ।

বণ্ডীলা :— তোতকৈ তেওঁ ডাঙৰ নহয় জানো ? তই যে কুকুৰ বুলি গালি পাৰিছ শুনিলে কি বুলিব ? অজিন পাতকি বান্দী ।

ধনীৰাম :— গুণাই হালোৱা মানুহ । আৰু ই ক্লাচ টেনত পঢ়িছে । এয়েই ইয়াৰ শিক্ষা [ কাহে ] চোৰ বুলি কলত লাজ পালি । কুলাঙ্গাৰ ডাঙৰক চৰিয়াবলৈ শিকিবলৈকে স্কুললৈ গৈছ । পিতা মাতা ডাঙৰ সৰু, ভাই ককাই বাই ভনীক কেনেকৈ ব্যৱহাৰ কৰিব লাগে নেজান । মানুহে শিক্ষা লয় দুটা কথা শিকিবলৈ, জ্ঞানী হ'বলৈ । তই শিক্ষা লৈছ চুৰ কৰিবলৈ, মান্যৱন্ত সকলক চৰিয়াবলৈ ।

[ গুণাইয়ে বাহিৰৰ পৰা মাতলগায় ]

গুণাই :— নবৌ !

বণ্ডীলা :— আহা গুণাই, চাওঁ মাখৌ পিৰা এখন লৈ আহচোন [ গুণাই সোমাই আহে, মাখৌৱে বহিবলৈ পিৰাখন আগবঢ়াই দিয়ে ]

মাখৌ :— বহক দাইতি ।

বণ্ডিলা :— মই ইয়াক শুধিছো । ই দেখোন নাই অনা বুলি কৈছে ।

গুণাই :— চোৰে জানো সৈ কাঢ়ে নবৌ । বাৰু পৰেশ তই পেনটো নি কি কৰিলি ?

পৰেশ :— মই নিছো বুলি কোনে কৈছে ?

